...ৱেম্বৰ / ৯৮

এমুঠি তৰুণৰ তৰফৰ পৰা
কাব্যপ্ৰেমী মানুহবোৰৰ
হাতত
'অদ্যাৱধি'ৰ ৩ই বিশেষ সংখ্যা
উৎসৰ্গীত



...শাখাৰ
...ৰিত

Scanned by CamScanner

আজি
শ্ৰদ্ধা সহকাৰে
স্মৰণ কৰিছোঁ -

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য
মাদাৰ টেৰেছা
অক্টাভিঅ' পাজ
প্ৰতিমা গৌৰী বেদী
ই. এম. এছ. নাম্বুৰিপাদ
যজ্ঞেশ্বৰ শৰ্মা
কে. এছ. কাৰন্থ
নছৰত ফাটেহ আলি খান
শম্ভু মিত্ৰ
কমলাবাই গোখলে
সংযুক্তা পানিগ্ৰাহী
পুপুল জয়কাৰ আৰু
মহেন্দ্ৰ বৰাক



অক্টোবৰ / ৯৮

# অদ্যাৱধি

## বিশেষ কবিতা সংকলন

সম্পাদক : নীলোৎপল শৰ্মা
সহযোগী : জ্যোতিৰ্ময় শৰ্মা
অজয় চক্ৰবৰ্তী
মৃগেন শৰ্মা
বিকাশ শৰ্মা

চিত্ৰন/
অলংকৰণ : বিভূতি লোচন শৰ্মা



নতুন সাহিত্য পৰিষদ, গন্ধিয়া শাখাৰ
দ্বাৰা প্ৰকাশিত আৰু প্ৰচাৰিত

# সূচীপত্ৰ

# সম্পাদকীয়

## প্ৰথম কথা/অদ্যাৱধি

নতুন সাহিত্য পৰিষদ, গড়িয়া শাখা স্থাপন হোৱাৰ পিচতেই ইয়াৰ কাব্যপ্ৰেমী সদস্যসকলৰ দ্বাৰাই অনুষ্ঠিত কৰা হৈছিল এক অনুষ্ঠুপীয়া অথচ আকৰ্ষণীয় কবিতা সন্ধিয়া। তাৰ পিচতেই দাবী উঠিল এখন কাব্যালোচনী প্ৰকাশৰ, যʼত সদস্যসকলে কাব্যচৰ্চা অব্যাহত ৰাখিব পাৰিব। ইতিপূৰ্বে ইয়াৰ প্ৰাচীৰ পত্ৰিকা 'চন্দ্ৰিকা'ৰ প্ৰকাশ এক দুৰ্ণীতি পৰিবেশৰ বলি হৈ বন্ধ হৈ গৈছিল। সদস্যসকলৰ বুকুৰ গভীৰত থকা সুপ্ত উকমুকনি আমিও অনুভৱ কৰিলো। সেই অনুভৱৰ ফলস্বৰূপে এদিন প্ৰকাশ হʼল 'অদ্যাৱধি'।

সদস্যসকলৰ আশী শতাংশই মহাবিদ্যালয় পৰ্যায়ৰ ছাত্ৰ-ছাত্ৰী। স্থিৰ কৰা হʼল এজন স্থায়ী সম্পাদকৰ পৰিবৰ্তে প্ৰতিটো সংখ্যাতে একোজনকৈ নতুন সম্পাদকে কাম চলাওক। তেওঁলোকে তেতিয়া কাব্য-চৰ্চাৰ লগে লগে সম্পাদনাৰ প্ৰাথমিক জ্ঞানখিনিও আহৰণ কৰিব। সেই সিদ্ধান্ত অনুসৰি কাম হʼল।

সমস্যা এটা হʼল মানদণ্ডৰ কথাটোক লৈ। প্ৰথম সংখ্যাত প্ৰকাশৰ বাবে অহা আঠৈ কুৰি কবিতাৰ পৰা কোনোমতে এক কুৰি কবিতাহে নিৰ্বাচন কৰিছিলো প্ৰকাশৰ বাবে। সেইসময়তে আমি আৰু এটা সিদ্ধান্ত লʼলো – আমাৰ অগ্ৰজ কবিসকলৰ পৰা আমি কবিতা আনিম – ন শিকাৰুসকলক দিয়ে কিছু 'গাইড' দিব। শেষ পৃষ্ঠাটোত বিভিন্নজনৰ দৃষ্টিভংগীৰে কবিতা সম্পৰ্কে কিছু কথা কোৱা হওক – শিতানটোৰ নাম ৰখা হʼল 'ঈক্ষণ'। অগ্ৰজ কবিসকলৰ পৰা আমাক সহায় কৰিবলৈ আগবাঢ়ি আহিল শান্তনু শৰ্মা, বিপুল কুমাৰ দত্ত, প্ৰণৱ শৰ্মা, বীতেন ক্ষেত্ৰী, মনোজ শৰ্মা আৰু পংকজ গোবিন্দ মেধি।

'অদ্যাৱধি'ৰ কবিতাই এদিন দুকুৰিৰ ঘৰ স্পৰ্শ কৰিলে, তাৰ পৰা এদিন আঠৈ কুৰিৰ কাষ পালেগৈ। ইতিমধ্যে অঞ্চলটোত 'অদ্যাৱধি'ৰ জনপ্ৰিয়তাই আমাক যথেষ্ট উৎসাহী, আত্মবিশ্বাসী আৰু দায়িত্বশীল কৰি তুলিছে। ত্ৰয়োদশ সংখ্যাৰ পৰা আমি উদ্বিগ্নভাৱে লক্ষ্য কৰিলো সম্পাদনা কৰোঁতে অহা কবিতাৰ ভিৰ পাতলিছে। কিয়? কেইদিনমান পিচতেই আমি উত্তৰটোও পালো। আগতে দিনটোত দুটা কবিতা লিখা কবিজনে এতিয়া সপ্তাহত দুটা কবিতা লিখা কৰিছে – কিন্তু অনুভূতিৰ গভীৰতা বৃদ্ধি হৈছে, দৃষ্টিভংগী অধিক প্ৰসাৰিত হৈছে, শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত মিতব্যয়ী হʼব পাৰিছে আৰু সবাতোকৈ ডাঙৰ কথাটো হৈছে তেওঁ বিষয়বস্তুৰ ক্ষেত্ৰত কিছুমান একাক, অনন্য বিষয় আৱিষ্কাৰ কৰিছে।

অদ্যাৱধিৰ গুণগত মানদণ্ড ওপৰলৈ উঠিল কিন্তু সাংখ্যিক মান-দণ্ড কমিল। আমি এদিন সিদ্ধান্ত লʼলো অদ্যাৱধি দুমহীয়া কৰা হওক। হʼল। আৰু এই পৰ্যন্ত অদ্যাৱধিৰ সোতৰটা সংখ্যা প্ৰকাশ হৈ গʼল।

## দ্বিতীয় কথা/ সংকলন

অদ্যাৱধিৰ দ্বাদশ সংখ্যাৰ কাম চলি থাকোঁতেই দাবী কৰা হৈছিল

প্ৰথম সংখ্যাৰ শ্ৰেষ্ঠ কবিতাৰ সংকলন এটা লাগে। অদ্যাৱধিৰ ভাল কবিতাবোৰ একেলগে পঢ়াৰ হেপাঁহ এই দাবীৰ আভ্যন্তৰীণ উৎস, তাত কোনো সন্দেহ নাছিল। কিন্তু কথা হ'ল কামটো কেনেদৰে কৰা হ'ব? অদ্যাৱধিৰ সংখ্যাবোৰ বিভিন্নজনৰ ওচৰত থাকে, একে সময়তে গোটোৱাটো সহজ নহয়। তথাপিও লাহে লাহে আমি সংখ্যাবোৰ গোটোৱাবলৈ ল'লো - এদিন দহোটা সংখ্যা একেলগ হ'ল। দুটা সংখ্যা যথাসময়ত হাতত নপৰাত তাৰ ঠাই পূৰাবলৈ অন্য দুটা সংখ্যা ব্যৱহাৰ কৰিলো। প্ৰাথমিক ভাবে নিৰ্বাচিত সাতকুৰি কবিতাৰ মাজৰ পৰা আমি চূড়ান্তভাবে নিৰ্বাচন কৰি উলিয়ালো প্ৰায় চাৰে তিনিকুৰি কবিতা - সামগ্ৰিকভাৱে এইকেইটা কবিতাই অদ্যাৱধিৰ চৰিত্ৰ, মানদণ্ড আৰু কবিসকলৰ উত্তৰোত্তৰ গতি পাঠকৰ আগত দাঙি ধৰিব পাৰিব বুলি আমাৰ বিশ্বাস। প্ৰাসংগিক ভাবে আৰু এটা কথা স্পষ্ট কৰি দিয়াটো ভাল হ'ব। হাতেলিখা আলোচনী এখন লিখি উলিওৱাটো যথেষ্ট কষ্টসাধ্য, চিন্তনীয় আৰু এক দীঘলীয়া প্ৰক্ৰিয়া। এটা পৃষ্ঠা লিখি উলিওৱাত আগ্ৰহ, দৃষ্টি, সূক্ষ্মানুসন্ধান আৰু গভীৰ মনোসংযোগৰ প্ৰয়োজন। সেয়ে কলেবৰ এটা সীমাৰ ভিতৰত ৰাখিবলৈ আমি বাধ্য। ইয়াৰ ভিতৰতে অজ্ঞাতসাৰে বহু বানান ভুল হৈ যায়। ভুলবোৰ আমি পাৰ্যমানে শুদ্ধ কৰো - ভুলবোৰে যে আলোচনীখনৰ মানদণ্ডৰ ক্ষতি কৰে সেই কথাও আমি মনত ৰাখো। তাৰ পিছতো কিছু ভুল ৰৈ যায় - তাৰ বাবে আমি ক্ষমাপ্ৰাৰ্থী।

কবিতাৰ সতে আমি সংযোজিত কৰিছো অৱগুণ্ঠনৰ (অদ্যাৱধিৰ সম্পাদকীয় শিতান) এক নিৰ্বাচিত অংশ, কেন্দ্ৰ পৃষ্ঠা আৰু এমুঠি কলাজ।

এইমিনি সম্ভাৰেৰে অদ্যাৱধিৰ বিশেষ সংখ্যা সজাই উলিয়াই দিছো আপোনালোকৰ মাজলৈ। যিসকলৰ অদ্যাৱধি 'অদ্যাৱধি' চোৱাৰ সৌভাগ্য হোৱা নাই সেইসকলৰ বাবে এয়া এক প্ৰতিনিধিস্বৰূপ!

## তৃতীয় কথা / আমাৰ আশা

আমালৈ বহু ধৰণৰ কবিতা আহে। নতুনকৈ যিসকলে কলম তুলি লৈছে সেইসকলৰ প্ৰধান বিষয় দুটা - প্ৰেম আৰু বিপ্লৱ। উপলব্ধিৰ গভীৰলৈ নোযোৱাকৈ উক্ত বিষয়দ্বয়ৰ বিষয়ে কলম তুলি লোৱাটো যথেষ্ট বিপদজনক কাম বুলিয়েই আমি গণ্য কৰো। চৌপাশে অশেষ বিষয় সিঁচৰতি হৈ আছে, চাব জানিলেই হ'ল। বিষয়বস্তুৰ ভিন্নতাৰ দৰেই শব্দচয়নো কবিতাৰ এক প্ৰয়োজনীয় সম্পদ। এই ক্ষেত্ৰত আমি গুৰুত্ব দিও সাধাৰণ শব্দেৰে অসাধাৰণ অৰ্থ প্ৰকাশত, অসাধাৰণ শব্দেৰে সাধাৰণ অৰ্থ প্ৰকাশত নহয়। তাৰোপৰি কবিগৰাকীৰ ধৈৰ্য, একাগ্ৰতা আৰু অনুশীলন এক অত্যাৱশ্যকীয় সম্পদ।

কবিতাক জনমুখী কৰাত কবিসকলেই আগভাগ ল'ব লাগিব। নহ'লে সাধাৰণ মানুহৰ পৰা কবি আৰু কবিতা ক্ৰমশঃ আঁতৰি গৈ থাকিব আৰু এদিন কবিতাই গানো নাগাব, শব্দও নকৰিব। কবি এজনৰ সবল মানসিকতা প্ৰয়োজন তাতেই।

শেষত, মৰুদ্যান পতাৰ বাবে দৃঢ়প্ৰতিজ্ঞ এজাক তৰুণৰ তৰফৰ পৰা অদ্যাৱধিৰ সমূহ সহৃদয় পঢ়ুৱৈলৈ আমি আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিছোঁ।

আমি জানো কবিতাৰ দোকানত কাঠিৰ দাম থাকিলেও কাঠিৰ দোকানত কবিতাৰ দাম নাথাকিব পাৰে। তথাপিও আমি আমাৰ আঙুলিবোৰক সক্ৰিয় কৰি তোলো- আঙুলিৰ মাজেৰে বোৱাই দিও মন আৰু মগজুৰ চেতনাক- ইমান চোতালৰ পৰা সিমান চোতাললৈ। আমি নগতে জানো অথবা মনত ৰাখো - উপনদী নাথাকিলে শুকাই যাব নদী। সেইবাবেই এতিয়াও মাতৃগৰ্ভত স্থিত হয় সন্তান।

নাজিম হিকমতক আমি লগ পোৱা নাই অদ্যাৱধি। তথাপিতো আমি অনুপ্ৰাণিত হলো আৰু এতিয়া আমি আলবাৰ্তো ৰৌড্ৰীগু আকাশৰ বুকুলৈ। পৰিধি ভেদ কৰাৰ প্ৰয়াস এতিয়াও গজা নাই আমাৰ বুকুত; কিন্তু আমি জানো- আমি পৰিধি স্পৰ্শ কৰিছো। কালস্ৰোতত সমাদৰে স্থিৰ হব পৰা আমিও একো একোটা শ্যামল যৌৱন।

নীলোৎপল শৰ্মা

প্ৰথম বছৰ, প্ৰথম ছমাহ

# মে ভাৰত কী লড়কী হুঁ



মে ভাৰত কী লড়কী হুঁ
সেইবাবেই নেকি হেৰুৱাই পেলাইছো
নাৰীসুলভ কমনীয় কাপোৰ
হাতৰ মণিবন্ধত থাকিব লাগিছিল যাৰ
এজাক জাকৰীয়া খাৰু
পিছে আছে নষ্ট পুৰুষৰ নিশাৰ অন্ধকাৰত
আক্ৰোশৰ আঁচোৰ
শিৰত থাকিব লাগিছিল যাৰ কপালখনলৈকে বৈ পৰা
মেঘৰ আল্পনা আঁকা ৰঙেৰে সূৰ্যৰ সেঁওতাৰ বৰণ
বুকুৰ উচ্চ চূড়া ঢাকি শীতৰ কুঁৱলীয়ে
কটাব লাগিছিল যঁত নিদ্ৰাৰ কুহুমীয়া বিনিদ্ৰ ৰাতি
পথৰ দৰে সোন নাৰীদেহৰ কঁকালৰ ভাজ এটাত
জিৰণি লব লাগিছিল যঁত অজান বাটৰুৱা
সেই শীৰ্ণ শৰীৰত আজি অপুষ্টিয়ে পাৰিছে পাতি
তোমালোক যিসকলে নিশাৰ ৰেষ্টোৰাত উদযাপন কৰিছা
পোছাক আৰু শৰীৰৰ আকৰ্ষনীয় উৎসৱ
চাৰিচকীয়া বাহনত আলফুলে এৰি দিছা হেলনীয়া আমেজ
আইচক্ৰিম আৰু চাইনীজ ডিচত লুকাই থকা সুস্বাদু ওঁঠবোৰ
গুজি দিছা প্ৰেমিকাৰ সুগন্ধি বাহুবন্ধনত
তোমালোকৰ বাবেই স্বাধীনতাৰ ত্ৰিৰংগী অন্তৰ্বাস
পিন্ধিবাচোন ! পিন্ধি ওলাবা
ৰাজমহলৰ ওচৰতে ৰাজকীয় বেশ্যাৰ আবাস।
মে ভাৰত কী লড়কী হুঁ
আৰু মোক বস্ত্ৰৰ উলংগ কৰা হৈছে ৰাজপথত
বুকুৰ সেউজীয়া ফলকত লিখা হৈছে ধৰ্ষনৰ ঠিকনা
আঙুলিৰ মাজৰ পৰা কাঢ়ি নিয়া হৈছে কলম
মেদবহুল মানুহৰ বাচনৰ আৱৰ্জনাৰ মাজত হেৰাই গৈছে
মোৰ শৈশৱৰ গান, তোলনি-বিয়াৰ উৰুলি নাম
যৌতুকৰ গজদেহী অজগৰৰ সঁতে কেবাবাৰো বিক্ৰি কৰি
নাৰী বুলি দেহত পাৰি দিব বিচৰা হৈছে
অত্যাচাৰৰ আৱৰণ।

মে ভাৰত কী লড়কী হুঁ
তৃতীয় বিশ্বৰ এগৰাকী নাৰী দাসী
পৰীক্ষাগাৰৰ ৰমণী প্ৰাণী
মোৰ বুকুৰ ভিতৰত অৰ্দ্ধশতাংশ উত্তুংগ জ্বালামুখী
মে ভাৰত কী লড়কী হুঁ।



পংকজ গোবিন্দ মেধি

# অচিনাকি

সকলোবোৰেইতো চিনাকি !
মানুহৰ ৰঙীন পৰিচয়, নাৰীৰ অহংকাৰৰ অৰ্হতা,
সেই গোছাকবোৰ,
নাৰীৰ ওচৰত হেঁপাহৰ ফুলবছা আগাহৰ বাহনবোৰ,
য'ত উঠি ফুৰে সন্ধিয়াৰ আলিঙ্গন অলস আভিজাত্য
সকলোবোৰেইতো চিনাকী !

ঘৰবোৰ, য'ত সোমাই থাকে নিৰাশ্ৰয় শৰীৰ
তাত আমি অন্ধাৰৰ বেষ্টোৰা পাতো ;
পানশালা পাতি ঢোকে-ঢোকে পান কৰো হুমুনিয়াহ
আলিবাটবোৰক উপহাৰ দিও একোটা হেলনীয়া অবয়ব।

অবাবতে ইজনে সিজনৰ কথা কাটো, হাত কাটো ;
তেজেৰে আমি মৰিশালীত হাট পাতো
সকলোবোৰেইতো চিনাকী !


হাতুৰিবোৰ, যিবিলাকে ভাঙিব পাৰে কঠিনতা ;
কাঁচিবোৰ, য'ত লাগি আছে ধানৰ সোনালী শ্ৰী,
ঘাসবোৰ, নাৰীৰ চকুৰ দৰে উজ্জ্বল দৌপালবোৰ,
আৰু কবিতা -
হাত মেলি যিজনী ৰৈ থাকে আথলত ;
সকলোবোৰেইতো চিনাকী !
অচিনাকী !

পংকজ গোবিন্দ মেধি

# সংকল্প

ৰাতিৰ মৃত্যুত যেতিয়া জন্ম হ'ব প্ৰভাতৰ
সৰিয়হ ফুলা আকাশে সাৰুটি লব
চৰাইৰ কলিজাৰ নিৰৱধিক
দুপৰীয়াৰ দুখবোৰে যেতিয়া
নাৱৰ ভটীয়ালী ৰাগ হৈ
উভতি আহিব।

ৰংমিলি. তই যেনেদৰে সপোন ৰচ
নদীৰ প্ৰেমৰ
সাগৰৰ নীলিম জলধিৰ সৈতে যুঁজি
আশা কৰ এখন 'আকুমকাঁৰ
বৈমানিক গতি-পথত সপোন ৰচো
তেনেদৰে, ময়ো বহাগৰ

কৃত্ৰিম উপগ্ৰহৰ বুকুত ৰোপন কৰো
আত্মাৰ মহাকাব্য
আজিকালি মই সুৰাৰ পিয়লাত ঘুম নুমুৱাওঁ
বসুমতী সোমায়হি মোৰ ওঁঠত
বাঁহীত বজাও শংখ
সপ্তম সুৰৰ স্বৰ্গ



ভাষাৰ কোমল বিন্যাসে
পুলকিত কৰিবলৈ
এয়াতো প্ৰেম নহয়
এয়া অমোঘ আলয়
আপোন অস্মিতাভে থি
আলোকিত কৰি ৰাখে চৌপাশ

শিলৰ বুকুত ৰোপন কৰা বন্ধু
ফুল আৰু চন্দনৰ সুবাস
বিশ্বাসৰ মূৰ্তিয়ে মোৰা
হাত বাউলি মাতিছে তোমাক
গাজে যদি গাজিবলৈ দিয়া মেঘ
আঘোণৰ পথাৰতে ৰোৱনীৰ লাৱণি হাতেৰে
জন্ম দিয়া জনকৰ শান্তি সীতাক।

মৃগেন শৰ্মা

# তুমি আকৌ আহিবা

(প্ৰয়াত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যলৈ)

বিশ্বাসৰ সজীৱ স্মৃতি
আজিও মোৰ হৃদয়ৰ প্ৰাণস্পন্দন.
সমতলৰ চহৰে নগৰে লগ পাও তাক হঠাতে
লুইতৰ চাপৰিত তাৰ সতে
জীৱন আৰু মই বিহু নাচিব পাৰিছো
মাথো আৰু বাবেই
বগুৰা বাইছো পৰ্বতলৈ
আদৰি লৈছো একোখন হিয়াৰ আলিংগন।

মহদা গোসাঁয়ে বেল বগৰালে,
প্ৰতিধ্বনি থমকি ৰ'ল মোৰ হৃদয়ত
প্ৰতিক্ৰিয়াত তোমাৰ স্ফূৰ্তিৰ মহত্বৰে
প্ৰত্যেকজনেই হ'বলৈ চেষ্টা কৰো
একোজন মহদা গোঁসাই।

সপ্তৰঙৰ সমাহাৰ আকাশৰ বুকুত
তোমাৰ ধ্বনি প্ৰতিধ্বনিত হ'ল
'বিস্কুবাভা এতিয়া কিমান বাতি?'
সাৰে আছে তেওঁ, সাৰে আছো মই
ভগা কলিজাটোৰ সতে
দেৱালৰ মাজত আটৈ কুৰি
ইটা লেখি লেখি।



আকৌ আহিবা তুমি
বেলৰ খিড়িকীয়েদি জুমি চাম
তোমাৰ আহ্বাৰ আকাশ
লুইতৰ পাৰত বিহু নাচি উদ্ভাৰ্তল হ'ম
তুমি, মই
অবেন. চান্দলী হঁতৰ সতে।

খগেন শৰ্মা

চাওতে চাওতে 'আদ্যাৱধি' এবছৰীয়া হবৰ হ'লহি। যন্ত্ৰৰ যুগত এখন হাতেলিখা আলোচনীৰ সফলতা পাঠকৰ বিচাৰ্য। বিগত বছৰৰ ঘাত-প্ৰতিঘাতে আমাক শিকালে ঘাত-প্ৰতিঘাত হ'ল জীৱনৰ চালিকা শক্তি। অগ্নিকাগিবিৰ ভাষাত- জাগ ঢেকা তেজ বজ্ৰমুঠিত / তাতে পুনু গঢ়া হাতুবিলৈ / স্বদেশ সেৱাৰ উন্ডামিলোৰ/ তাতে উঠিব য'ক চুৰ্ণ হৈ।
উন্নত মানদণ্ডৰ লিখনি এখন আলোচনীৰ মানদণ্ডৰ মূলকথা। যিহেতু লিখক সকল আলোচনীখনৰ জীৱনীশক্তিস্বৰূপ, এইক্ষেত্ৰত তেখেত সকলৰ দীৰ্ঘসূত্ৰিতা আলোচনীখনৰ প্ৰকাশৰ ক্ষেত্ৰত হোৱা বিলম্বৰ কাৰক হব পাৰে।

অজয় চক্ৰৱৰ্তী

প্ৰথম বছৰ, একাদশ সংখ্যা

## চিকাৰ



বসন্তৰ প্ৰথম চৌপাশটো পৰিছে
নৈৰ পাৰিৰ ফুলনিত মই বহি আছো
জীৱনৰ সঞ্জীৱনী গান শুনি
মোৰ কাষত সুন্দৰী হৰিণ পোৱালি
নদীৰ পানী খালি ওলাই আহিল
এজাক চিকাৰীৰ গুলি।
মোৰ হৃদয়ত হিটিকি পৰিল তেজ
মোৰ চৌপাশে তেজৰ নিয়ৰ।
মোৰ বুকুলৈ বুলি লৰি আহিল
আহত হৰিণ পোৱালিটি!

ৰুমী দেৱী

প্ৰথম বছৰ, অৰ্থনীতি শাখা

## জোনাকী

পূৰ্বত পোহৰৰ বেঙনি
সুদৰ্শন আভাৰে আলিংগনাবদ্ধ
ধৰিত্ৰীৰ বক্ষত জোনাকী স্পৰ্শ।
অদূৰৰ সৌন্দৰ্যময় প্ৰকৃতিৰ বুকুত
আহা বিলীন হৈ যাওঁ
দেহে-মনে!
বুকুত নিসংগতাৰ শীতলতা
শব্দৰ আধিপত্যৰ শাশ্বত উপলব্ধি
জোনাকী
তুমি নিঃস্বাৰ্থ আলোৰ
কালৰাত্ৰিৰ দুনয়ন
মোৰ অন্ধত্বৰ বিৰুদ্ধে লাখুটি।

প্ৰসেনজিৎ দত্ত

প্ৰথম বছৰ, অৰ্থনীতি শাখা

# চিত্ৰপট

পাহাৰৰ চূড়াত জোনাকী নিশা
অকলশৰে জোনৰ লগত মিতিৰালি পাতিছো
যুগ যুগৰ স্মৃতিৰ বন্ধন বুকুত লৈ
সাগৰৰ উত্তাল তৰংগত মিলি যাও
ৰূপালী হৈ সাগৰৰ বক্ষত ।



সোনালী দিনবোৰ সৰহি গ'ল
শতজনৰ প্ৰতিচ্ছবি
হৈ পাৰিছে জীৱন্ত
চিত্ৰপটত গঁঠা সোনালী দিন

মই তুমি আৰু আমি
এটি পথৰ সন্ধানত
সেউজ সময়ৰ পৰা সূৰ্যলৈ ...
সুৰৰ ওপৰত প্ৰস্ফুটিত এজোপাহি বকুল
তথাপি মই নিসংগ
তুমি জানানে !

দ্বিতীয় বছৰ, পঞ্চম সংখ্যা

বনফুল দেৱী

# বিষাক্ত তেজ



লুইতৰ পাৰৰ বালিঘৰবোৰত
এতিয়াও লুকাই আছে তাৰ স্মৃতি,
তাক কঁহুৱাবোৰে চিনাকী ভাষাৰে মাতে
তথাপিতো সি আৰু বাঁহী নবজায় ।

তাৰ বাঁহীত ঘূণপোক লাগিছে
ৰুদ্ধ হৈ গৈছে তাৰ কণ্ঠ ;
পিপাসু বাদুলীবিলাকে খেদি আহিছে
তাৰ তেজ পিবলৈ ...

তাৰ প্ৰতিটোপাল তেজেই এতিয়া বিষাক্ত ।

অজন্তা শৰ্মা

প্ৰথম বছৰ, ষষ্ঠ সংখ্যা

# আখৰ বছা ছোৱালী

মুখ কলা ৰাতিপুৱাটো দৰবত এৰি
তাই আছে দহ কিলোমিটাৰ খোজকাঢ়ি
আখৰৰ সতে নিতৌ বাৰ ঘণ্টাৰ মিতিৰালি
আখৰ তাইৰ কথা
আখৰ তাইৰ ভাষা
আখৰ তাইৰ স্ফূৰ্তি
আখৰেই তাইৰ সংগী
নীৰৱতা তাইৰ কথা
আখৰ বছা কাম তাইৰ গান।
দুকুৰি বসন্ত শীতকাল হৈ
গছকি যায় তাইৰ শৰীৰ
বিয়াৰ চিঠিৰ আখৰ বাছি বাছি
(সবিনয় নিবেদন . এই যে ...)
তাই হেৰুৱাই পেলায় যৌৱনৰ ৰঙবোৰ
বিয়াৰ ৰাতিৰ সকলো গল্পৰ মনোৰম কথা
তাইৰ আমৃত্যু অজীৰ কল্পনা।
আখৰ বছা ছোৱালী : তাই আছে দহ কিলোমিটাৰ খোজকাঢ়ি
কুৰি টকা হাতত মুঠি মাৰি
তাই উভতি যায় নিতৌ গধূলি।
তাই নাজানে ছোমালিয়াৰ ভোকৰ বাতৰি
অথবা বছনিয়াৰ বাৰুদৰ শক্তি কিমান
তাইৰ গালে-মুখে ওলমি থাকে
আজন্ম নিৰ্যাতনৰ শোষণৰ স্বৰলিপি
তাই পঢ়া নাই মাৰ্ক্স কিম্বা ফ্ৰয়েৰবাখ
তাই নাজানে ভোকৰ কথাই
কিদৰে সলনি কৰে তাইৰ দেহৰ ভাঁজ
আখৰ বছা ছোৱালী
তাই আছে দহ কিলোমিটাৰ খোজকাঢ়ি
কোনে কব তাইৰ বাবেও আছে
এখন আকাশ
আৰু এখন পৃথিৱী।
তাইৰ বাবে আজি কাৰ কলমৰ পৰা
খহি পৰে দুখৰ চিয়াঁহী
আখৰ বছা ছোৱালী
তাই আছে দহ কিলোমিটাৰ খোজকাঢ়ি।



বিপুল কুমাৰ দত্ত

প্ৰথম বছৰ, তৃতীয় সংখ্যা

# বিষয় : দুখ

দুখৰ বিষয়
মই কবিতা লিখিব নেজানো
অথচ পঢ়ি ভাল পাওঁ
আহা, মই কথা কওঁ
তুমি কবিতা লিখিবা।
দেখিছানে,
নগৰৰ পাতে পাতে শ্মশান কিম্বা কবৰখানা
চকু মেলি চালেও ভয় হয়
মৃতকৰ মাজত আছে নেকি মোৰো মুখ
কঁপা কঁপা মাতেৰে কোনোবাই আহি
আইক কয় -
কি কৰিবা আই, কপালত নাই ...
দেখিছানে
ৰাতিৰ চাৰিআলি!
বাৰ বজাতো নামি নাহে ৰাতি
কোকেইনৰ নিচাত ৰাতি জাগৰি পৰিছে
গাঁও - চহৰ - ৰাজধানীত
প্লেটফৰ্মৰ অকণ ল'ৰাজনেও একে উশাহে পঢ়িব পাৰে
ৰাতিৰ বাতৰি।
মৃতদেহক বগাই ধনৰ পাহাৰত উঠি
চাব লাগে কোন কিমান সুন্দৰী
অথচ ঘৰৰ ভিতৰতো নিৰাপদ নহয় নাৰী।
দুখৰ বিষয়,
আমেৰিকা এতিয়াও আমাৰ কঁটিয়াতলী,
সাম্ৰাজ্যবাদৰ সুতীয়া জিভাই চেলেকি খায়
তৃতীয় বিশ্বৰ সম্পদ ভূমি
আমি মাথো চহাওঁ মাটি।
দুখৰ বিষয়
বহুতেই দুখৰ, সমদলত নাই
যদিও নিতান্তই দুখী নিজৰ ভিতৰত
আচলতে -
'লেনিনগ্ৰাড'ত ভুইকঁপ হ'ল
মেডোনাই দিল্লীক এসন্ধ্যা নাওট কৰিলে
এই খবৰেৰে আকৌ কাঢ়ি লোৱা হয়
আমাৰ দুবেলাৰ দুমুঠি।
দুখৰ বিষয়
মই কবিতা লিখিব নাজানো
অথচ পঢ়ি ভাল পাওঁ
আহা, মই কথা কওঁ
তুমি কবিতা লিখিবা
আৰু কবিতাই গান গাব
মানুহৰ গান!

বিপুল কুমাৰ দত্ত

আমি কাৰো ক্ষুধাৰ নিবৃত্তি কৰিব নোৱাৰো । অৱশ্যে ইয়াৰ বাবে নিজকে সাৱস্তুকৰণৰ আৱশ্যকীয় উৎসাহ যোগাব পাৰো । আমি সংস্কাৰ কৰিব নোৱাৰো, কিন্তু সকলো সংস্কাৰমুখী হোৱাতো বিচাৰো । সাময়িক আমোদৰ বাবেও আমাৰ এই প্ৰচেষ্টা নহয় ।

আমি সাথোন নৱোৎসুকক স্বাগতম জনাইছো । আমি বিচাৰিছো তেঁওলোকে ইয়াৰ জৰিয়তে নিজক আৰু আনকো বুজিবলৈ শিকক !

বিভূতি শৰ্মা

প্ৰথম বছৰ, দ্বিতীয় সংখ্যা

# আশা

তোমাক লৈ মোৰ বহুত আশা
আশাবোৰ মোৰ জীৱনটো চাগে পানী মেটেকা
যেন ফাগুনৰ পচোৱাত দিশহাৰা শিমলু তুলা !
মোৰ শূন্য হৃদয়েৰে সাজো কাৰেংঘৰ
কেতিয়াবা মনৰ দুৰ্ভাৱনাই ভাগে
অকৃত্ৰিম সৰগৰ ঘৰৰ লাইখুটা ।
সেই ক্ষণত মনৰ উকা আকাশত
কেতিয়াবা হিয়াৰঙী শেৱালী ফুলে
কিহবাৰ ভয়ত হিয়া কঁপে দুৰু দুৰু
প্ৰশান্তৰ উৰ্মিমালা হৈ ...
কিহবাৰ আনন্দত চকুলোৰে শেৱালী সৰে
মোৰ জীৱনৰ যৌৱন বৰষা হৈ ।



মনোজ শৰ্মা

প্ৰথম বছৰ . নৱম সংখ্যা

# ত্ৰিলজি

সময়ৰ পিচল পিঠিয়েদি
নামি আহে হৃদয়ৰ গান
গীতৰ ৰাগিনীত হেৰাই যায় জীৱনৰ ৰঙ
সময় থাকোতেই শুধৰাই লোৱা নীলা সুৰবোৰ
নহ'লে গীতেও মেলানি মাগিব দুৰ্গম পথ হৈ ।



গোটেই দেহত বিষম্ব সমাহাৰ
তুলুৰ পৰা পিঠিলৈ
চকুৰ পৰা মূৰলৈ
প্ৰতিসাজ বেভুনীয়া পোছাক পিন্ধি
পথাৰত মিলি যাঁও গলসত ।



তুমি জীয়াই থকা
জীয়াই ৰাখা আমাৰ প্ৰেম
সম্ভাৱনাময়ী পথাৰত তোমাৰ গৰ্ভত
আৰু এটা দিন আহব
মোৰ দেহৰ অংগত ফুলিবলৈ ফুল ।

বামন শৰ্মা

দ্বিতীয় বছৰ . পঞ্চম সংখ্যা

# মই বিচৰা নাছিলো

সতীৰ্থ সমন্বিতে মই কাহানিও
সজা নাছিলো বেবিলনৰ শূন্যোদ্যান
সৃষ্টি কৰা নাছিলো ৰোমিঅ'-জুলিয়েট
অথবা ডিভাইন কমেডিয়া !

মোৰ সতীৰ্থ সমন্বিতে মই
পুনৰুত্থান বিচৰা নাছিলো
বেউলা-লখিন্দাৰ কিম্বা সাবিত্ৰী-সত্যবান
অপহৰণৰ আমৰাও নাছিল আমাৰ

বিচাৰিছিলো মানুহ হিচাপে
জীৱনৰ অধিকাৰ

মই বিচৰা নাছিলো
নাজিৰুল্লাৰ ফাঁচী
চাব খোজা নাছিলো হিৰোচিমা-নাগাচাকি
বিকলাংগ, দৰিদ্ৰতা আৰু উপসাগৰীয় সমৰ
মই চাব বিচৰা নাছিলো
নেলীৰ পৰা গহপুৰলৈ
ধৰ্ষিতা মোৰ ভনীসকলক
লক্ষীপাথাৰৰ গণকবৰ ...

মই বিচাৰিছিলো শান্তি,
মই বিচাৰিছিলো মুক্তি ;
মই বিচাৰিছিলো ঐক্য ।

অজয় চক্ৰৱৰ্তী

## সময়

জুলিবোৰে গান গোৱাৰ বতৰত
আমি উমলিছিলো
ৰবচা বন গছকত মাৰি
বকুলৰ মালা গাঁঠিছিলো
মনবোৰ আমি তুলি থৈছিলো
কঁহুৱা ফুলৰ পাতত
মেজিৰ জুইৰ উত্তাপ আছিল
আমাৰ ৰক্তপ্ৰবাহত ।

শাওনৰ টুপুৰ টুপুৰ নাচোনত
তাইৰ বুকুত মই দলিচা পাৰিছিলো
প্ৰেমৰ আলফুলীয়া নেঘেৰীখোপা তাইৰ
তাইৰ কবৰীৰ মাতাল এক নিৰ্যাস
জিলমিল এক ৰূপালী হাঁহি
নিশাৰ বৰষুণত উৰ্বৰ পথাৰ
একাবেকা দুটা আলিৰ মাজত সিঁচিলো বীজ !

পুত্ৰৰ মৃতদেহ আগত লৈ
বতাহক অভিশাপ দিব খোজা
স্বপ্নপিয়াসী কোন বৃদ্ধ মই -
যাৰ দুচকু ক্ৰমাৎ হালধীয়া
কিয় বাৰু,
কিয় বাৰু মই বিচাৰি ফুৰো
কুঁৱলীৰ মাজত সময়ৰ গোন্ধ !!

অজয় চক্ৰৱৰ্তী

# নাৰ্ৱীয়া , কি ভাল পাৰ্ তই

নাৰ্ৱীয়া,
কি আলোড়িত অভীপ্সা তোৰ
উজাই নে ভটিয়াই ভাল পাৰ তই
ফৰিংফুটা জোনাকে যেতিয়া
নৈৰ সৈতে সহবাস কৰিব খোজে
কিয় তই ফালি দিয় শান্তিশয্যা

নাৰ্ৱীয়া,
আইৰ বক্ষনদীত বোপায়ে
উজাই অনা নাৱেৰে তই এইখিনি পালি
কি অলীক কল্পনা তোৰ বন্দৰ পথীৰ
তই যে পূৰা মাত্ৰাই মুক্ত প্ৰেমিক
তোৰ বুকুৰ বোঁৱতী নৈ খনিত
অবিৰত চলি থাকে এখন শীতল যুদ্ধ
যত উদ্ভৱ হৈ পাৰে
মাৰ্ক্স , লেনিন অথবা বুদ্ধ



নাৰ্ৱীয়া,
কি ভাল পাৰ তই
সুনিৰ্মল আকাশ, মুক্ত বতাহ, নাৱীৰ দৰে নদী
প্ৰকৃতাৰ্থত শ্ৰেষ্ঠতো প্ৰেমিক তই
শিকিল প্ৰেমৰ ভোলা
তোক দেখি দেখি
'মাটিদৰ পুতেকে নাও মেলি যায় ...'
গীত আওৰাই থকা কিশোৰজনে বাট চাইছে
তোৰ দৰে জীৱনৰ গতিশীল নদীত
নাও মেলিবলৈ বুলি ।

অৰুণিমা বৰদলৈ

# মই তেওঁৰ কাষতে থাকো



মই তেওঁৰ কাষতে থাকো
তেওঁৰ গাৰ ৰং আনি লও চকুত
মই জমাত উজ্বল জোনাকী হোৱা নোৱাৰোঁ পৰো
আৰু পোহৰৰ এটা বিৰাট জগত বুৰ মাৰো।

মই তেওঁৰ কাষতে থাকো
তেওঁৰ কথাবোৰ বজাই চাও বুকুত
পুৰণি কেছেটৰ প্ৰিয় এটা গীতৰ দৰে
তেওঁৰ কথাবোৰে শুনিয়ায় মোক
বোকাময় এটা গাঁতত যেন উবুৰি খাই পৰো।

মই তেওঁৰ কাষতে থাকো
তেওঁও মোৰ কাষতে থাকে
অথচ ইমান দূৰত
যেন পূৰ্ণিমা ৰাতিৰ জোনটো মোৰ বুকুত।

প্ৰণৱ শৰ্মা

প্ৰথম বছৰ, চতুৰ্থ সংখ্যা

# তিনিটা কবিতা



প্ৰিয় পদ আওৰাও
শৈশৱ তুলি লও বুকুত
যেতিয়া সকলো নিমাওমাও।

বেলি পাতত বহে
জোনাকে ফাকু মেলে
কবিতাৰ চোকবোৰ বুকুত হালে-জালে।

সূৰ্যই নিচিনে ঘড়ীৰ কাটা
কুকুৰাই ডাক দিলে
পোহৰৰ বৰষুণ আহে
ডোপালপিটো।

প্ৰণৱ শৰ্মা

প্ৰথম বছৰ, প্ৰথম সংখ্যা

এক অৰ্থত পৰমানু মাত্ৰ. সত্য. অনু হোৱাৰ বাসনা এক নিষ্ফল প্ৰয়াস মাত্ৰ. যিহেতু স্বধৰ্মৰ ক্ষেত্ৰত অনুই আলোচ কৰে। অনুৰ মিলনকান্তৰ চৰিত্ৰ কিমান-দুৰ পৰিহনাযোগ্য নাজানো. কিন্তু কব পাৰো অনুৰ এই চৰিত্ৰ বেশ্যা নহয়। অনুৰ মিলনত উৎপন্ন হয় দিগ্বিজয়ী শক্তি, অৱশ্যে মিলনৰ ব্যৰ্থতাৰ ফল হব পাৰে অতি ভয়াবহ। জীৱনৰ প্ৰতি অনুবোধৰ সহানুভূতি কিমান? নৈৰাজ্যবাদৰ মাজতো অত অতিক্ৰমি অনুই গাব পাৰিবনে জীৱনৰ গান?

কৰুণা বৰ্মন

প্ৰথম বছৰ, নৱম সংখ্যা

# নিগ্ৰোৰ কবিতা

স্বাধীনতা, সমতা, গণতন্ত্ৰ নামৰ
ভাষাৰ অলংকাৰবোৰ হয়
কোনো নাৰীৰ নিচুকনী গীত
নিগ্ৰো নদীৰ সিপাৰলৈ চোৱা
বিনিদ্ৰ ৰজনীত মৰিশালীৰ
জীয়া মানুহৰ কংকাল
সাৰে আছে সিহঁতবোৰৰ পিঞ্জৰাবদ্ধ গতি
মিচৌৰিৰ বুকুৰ কলা মাটিক ভাবে
পৃথিৱীমন বহল
সিহঁত নিচ্ছিদ্ৰ দুৰ্গত আবদ্ধ আজি।
শুনিছানে মাজনিশাৰ ৰোদন
মিছিছিপিৰ মোহনাত কাণ পাতি শুনিবা
দাসত্বৰ বোজা কঢ়িওৱা কৃষ্ণ হাতীৰ
অৰণ্যৰ নিকৰুণ দাণ্ডান।



মাৰ্কিনে হয়তো ভাষাৰ ফুলজাৰীৰে
ৰামৰাজ্যৰ খুঁটা পুতে
উথাপিতো অপদস্থ এই স্বাধীনতা
শৃংখলিত দুভৰিলৈ চোৱা
মুমূৰ্ষ দেহৰ শ্বেতাংগ বৰ্বৰতাৰ
নিদাৰুণ চাবুকৰ চেকা
সিহঁত হেনো কলা নিশাও কলা
কলাৰ মাজতে লুকাই আছে অনাগত এটি উষা
পৃথিৱীত জ্বলি থকা হেজাৰ কুৰা জুইৰ
একুৰা সিহঁতৰ বুকুৰ মুক্তিৰ
উন্মুক্ত স্পৃহাই প্ৰলুব্ধ কৰে আজি হিয়া

একেটি মাথো মূৰ্চ্ছনা
কলা আৰু বগা দুটি ৰঙ
কলা আৰু বগা দুটি ৰঙৰ বৈষম্য
কলাৰ মাজতো বিচাৰি পোৱা যায়
ৰঙা তেজৰ গোন্ধ।

কুমাৰ ৰাজেশ

# একবিংশ শতিকাৰ কুৰুক্ষেত্ৰ

পৃথিৱীয়ে হেনো এটা সন্তান প্ৰসৱ কৰিব
বিমূৰ্ষ আকাশক সোধা
ঘূৰ্ণীমান সমীৰণক সোধা
তাৰৱেও প্ৰস্তুতি চলায় নিনাদৰ বাবে

সময়, একবিংশ শতিকাৰ দুৱাৰদলি
ৰবাৰ্ট ওৱেন, অস্ত্ৰ তুলি লোৱা
মই কাস্পিয়ান সাগৰৰ দুপাৰে দুভৰি দি
নিউক্লিয়াৰৰ সজিয়াত চপাৰিয়াই কৈছো
ধুমুহা আহিব।



ধুমুহা আহিব
ইউৰাল পৰ্বতৰ বুকু ভেদি
পিকিং, চাংহাই, ভাৰতৰ বুকুলৈ
প্ৰয়োজন নাথাকে এমন কুৰুক্ষেত্ৰৰ
প্ৰয়োজন নাই গাণ্ডীবেৰে বলীয়ান সব্যসাচীৰ
সৰ্বহাৰা কৰ্ণ আমাৰ বিপ্লৱৰ প্ৰতীক।

ৰবাৰ্ট ওৱেন, অস্ত্ৰ তুলি লোৱা
ভাৱনাৰ দোমোজাত পৰা ভীষ্মক হত্যা কৰা
হয় যদি হওক সমগ্ৰ জাতি ধ্বংস
তথাপি নিধনৰ এয়া শেষ যজ্ঞ।

দিগন্তৰ বুকুত বাজে দুন্দুভি
ইয়াতো ৰুধিৰ বয়
ইয়াতো শুনাযায় ক্ষিপ্ত দানৱৰ অট্টহাস্য

এই নদীয়েদি হেনো ৰবাৰ্ট ওৱেন আহিব
তাৰেই প্ৰতীক্ষাত আছি।

কুমাৰ ৰাজেশ

প্ৰথম বছৰ, সপ্তম সংখ্যা

# ৰাতি

বহুত কথাই লিখা থাকে ৰাতিৰ বুকুত
গাভৰু জোনাক, বেঙুনীয়া ৰঙা
নিষিদ্ধ প্ৰান্তৰ আৰু অন্যান্য
আইতাৰ চোতালৰ জোনবাইৰ সাধুও
লুকাই থাকে ৰাতিৰ বুকুত।

ৰাতিৰ উপসৰ্গও বহুত
নিজম ৰাতি, ৰূপালী ৰাতি
নিসংগ ৰাতি ইত্যাদি।



ৰাতিয়েই গৰ্ভত ধাৰণ কৰে
দুই সন্তান অথবা জাৰজ
সগৰ্ভা হয় বুকুৰ সেউজ উপত্যকা

ৰাতিৰ নামো অনেক
নিশা, ৰজনী, ৰাতি ...
নিৰ্জনতাৰ সৈতে চুক্তি কৰে ৰাতিয়ে

সকলোৰে নিজস্ব গতিত
আৰু অপিয়লা মদিৰা ঢালি
উদ্দুল কৰি তোলে ৰাতিয়ে
ৰাতিয়েই গভীৰ হয় নদীৰ নিসংগতা
আপোন ছন্দত উন্মাদনা আনি
ৰাতিয়ে জীৱন্ত কৰি তোলে নদীক

যান্ত্ৰিকতাৰ জটিল পৃথিৱীতো
ৰাতিয়েই ফুলে ৰজনীগন্ধা !

নিখিলেশ শৰ্মা

# মিতভাষ

বিবেক আৰু মনৰ যুদ্ধত
পৰাজিত হৈছে বিবেক
বিবেক আজি মনৰ কুটিল পৰাহত
দুৰ্ভাগ্যই আৱৰি ধৰে মোৰ সমগ্ৰ সত্তা
যান্ত্ৰিকতাৰ মাজতো বিচাৰো জীৱন ॥

অৰ্থবহ জীৱনৰ পোকাবহ ভৱৰ
নিজে লিখি গৈছো এটা এটাকৈ
অভ্যাসত পৰিণত হৈছে দুখৰ সংগ
পোৱা নোপোৱাৰ হিচাপতে
বন্দী হয় মোৰ জীৱন ।



মোৰ বাইদেউৰ মৃত্যুৰ সময়তেই
দুখ, দুৰ্ভাগ্যৰ সতে প্ৰথম চিনাকী
তাৰ পিচত এটা এটাকৈ
মৃত্যু হৈছে মোৰ জীৱনৰ সমস্ত দৰ্শনৰ
দোদুল্যমান মোৰ ব্যক্তিত্ব ॥

কাংখিত সুখৰ স্পৃহা ক্ৰমে বৃদ্ধি হয়
কিন্তু হৃদয়ত স্মৃতিৰ অবিৰত আঘাতত
বিদীৰ্ণ হয় প্ৰতিটো প্ৰেমময় স্বপ্ন
তথাপিও স্বতঃস্ফূৰ্ত ভাৱে প্ৰত্যেকটো শব্দত
মই বিচাৰো জীয়াই থকাৰ প্ৰত্যয় ॥



ওঁঠত নীৰৱে হেৰাই যায় শব্দ
বিষাদৰ ছাঁ লুকাই পৰে বুকুত
অস্তাচলত বিলীন হয় পৰখীয়া বাঁহী
বুকুত আহত হৈ পৰি থাকে
এটা সেউজ স্বপ্ন ॥

নিখিলেশ শৰ্মা
দ্বিতীয় বছৰ, প্ৰথম ষাণ্মাস

বাস্তৱিক সমাজৰ কিছু সত্য সাহিত্যৰ
মাজেৰে কলাত্মকভাৱে প্ৰকাশ কৰা
মন্ত্ৰেৰে বুকুত ৰঙীন কল্পনা বান্ধি লৈ
আমি অনাগত একৈশ শতিকালৈ
অধীৰ আগ্ৰহেৰে বাট চাই আছোঁ।
কুৰি শতিকাৰ আজিৰ অন্তিম ক্ষণবোৰ,
আমাৰ বৰ্তমানবোৰ; আৰু মাত্ৰ কেইটামান
বছৰৰ পিছতে এটা নতুন শতিকাই
ইতিহাস কৰি পেলাব। আমিবোৰ
এদিন ইতিহাস হৈ যাম। উত্তৰ প্ৰজন্মই
ইতিহাসৰ পাতত বিচাৰিব আমাৰ স্বৰূপ।

বুবুল কুমাৰ

প্ৰথম বছৰ , তৃতীয় সংখ্যা

# মোৰ আইৰ অসুখ



মোৰ আইৰ গাত অচিন ৰোগ হৈছে
যোৱাকালি গেৰুৱামুখৰ কবিৰাজ আহি
দৰৱ এপালি দি থৈ গৈছেহি
গাৱঁৰ ৰাইজে কৈছে
আইৰ এই ৰোগ হেনো সোনকালে নেৰিব
সেয়েহে এতিয়া মোৰ চিন্তা-
সমুখত খেতিৰ বতৰ পালেহি
আইকনো ঘৰত অকলশৰে এৰি
কি সঁতে
ৰাতিপুৱাতে পথাৰলৈ হালবাবলৈ যাঁও
আইৰ হাতৰ পৰশেৰে
প্ৰথম গছি কঠিয়া নলগোৱাকৈ
আনক কঠিয়া ৰোৱাত লগাও
এই খেতিৰ বতৰতে এগছি নলগালে
অহাতো বছৰতে দেখো পৰৰ গোলাম হব লাগিব
মোৰ আইৰ এই ৰোগ খেতিৰ আগে আগে
উপশম হবই লাগিব
কাৰণ জানেই নহয়
গাৱলীয়া কবিৰাজী দৰৱৰ গুন।

মৃদুল বৰদলৈ
দ্বিতীয় বছৰ, প্ৰথম সংখ্যা

# অক্টোপাছ



প্ৰভাতী সূৰুযৰ হেঙুলী বৰণে
প্ৰভাতী পখী যেন ৰূপহী চিকুন
তোলে মৰমৰ শিহৰণ
হৃদয় সাগৰত তুলিলে জোৱাৰ
ৰূপমুগ্ধ মনে নিবিচাৰে গুন
অহো বলিয়া হৈ বুকুত সাৱটি লৈ
ঢালে সঞ্জীৱনী
নুবুজিলে নিষ্ঠুৰ হৃদয়
ৰক্তপিপাসু অক্টোপাছ হৈ
জীৱনৰ সকলো বিনাশী
সিহঁত যেন একোটি অক্টোপাছ।

খবিৰ আলী
প্ৰথম বছৰ, দ্বাদশ সংখ্যা

## মই তাইক এপাহ ৰঙা গোলাপ খুজিছিলো



তাইৰ কাষলৈ আগবাঢ়িলে
আৰম্ভ হয় মৰিচিকাৰ খেল
মই বিচাৰি হাবাথুৰি খাওঁ
প্ৰেমৰ অৰণ্যৰ লুঙলুঙীয়া বাট
মোৰ বুকুখন তাইৰ বাবে
অনুৰাগেৰে গৰ্ভৱতী হোৱাৰ সময়ত
তাইৰ দুচকুত দেখো ফাগুনৰ পথাৰ।
পাখিমেলা পখীৰ পিঠিত হেৰাই যায়
মোৰ যৌৱনৰ কেঁচা ৰং
মোৰ বুকুত কাঁইটৰ আঁচোৰত মৃত্যু হোৱা
সপোনৰ এমন সমাধিস্থলী
হালধীয়া হয় মোৰ যৌৱন
তাইক মই এপাহ গোলাপ খুজিছিলো
তাই মোক একুৰা নীলা জুই দিলে !

কিশোৰ শৰ্মা

প্ৰথম বছৰ, দশম সংখ্যা

## দুঃসময়

সোনালী সুদিনবোৰ কেনি হেৰাল ?
প্ৰতিটো দিনৰ গাত অশান্তিৰ পোছাক
মাছমৰীয়াৰ জালত আহে
মুণ্ডহীন যুৱকৰ দেহ
বৰলুইতৰ সোঁতত পোৱা যায়
গৰ্ভৱতী মহিলাৰ নগ্ন মৃতদেহ ।
এতিয়া সোনাপুৰতো দুঃসময়
বতাহত মৃত্যুৰ বতৰা
দুবৰিত তেজৰ টেকুৰা
কেঁচুৱাৰ হাততো বন্দুকৰ পুতলা
আহা, আমি গুলিয়াগুলি খেলো ।
পোনাকনে আইতাক কয় –
বাহিৰলৈ নেযাবা আইতা
গধূলিবোৰ এতিয়া বিষাক্ত হ'ল
তোমাৰ দিনবোৰ হেৰাল কেনিবা
ঘৰৰ ভিতৰতে সাধু শুনো দিয়া ।



সোনালী সুদিনবোৰ কʼৰবাত লুকাল !

কিশোৰ শৰ্মা

প্ৰথম বছৰ, অষ্টম সংখ্যা

পেটৰ ভোকত যেনেদৰে কঁকালত নাপায় বল; তেনেদৰে কবিতাই পাঠকৰ অন্তৰত পূৰ্ণতা নাপায়। ৰসাস্বাদনৰ ক্ষেত্ৰত সুন্দৰ আবৃত্তিয়ে কবিতাক মাধুৰ্য প্ৰদান কৰে।

জটিলতাৰ মাজতে সৃষ্টি হয় নতুনত্ব. কাঁইটৰ মাজতে থাকে সুন্দৰ ফুল। শামুকৰ পেটতে মানিক থকাৰ দৰেই অদ্যাৱধিয়েও সৃষ্টি কৰিব হয়তো সুকবি !

বিপুল কুমাৰ শৰ্মা

প্ৰথম বছৰ , চতুৰ্থ সংখ্যা

# এজাৰ ফুলা দেখি বেজাৰ কিয় লাগে

এটি নিৰ্জন সন্ধিয়াত
জোনটি ডাঙৰ হ'ল
সুৰুতিৰ ৰঙ কাঁচলিত তাই খেলি থাকে
হঠাৎ তাইৰ শৈশৱে জাবুৰ খাই উঠে
এটি কৰকৰ্থনাত
"হেৰ জাৰজ ছোৱালী"
এটি নিৰ্জন সন্ধিয়াত প্ৰকৃতিয়ে
সাৰ পাই উচুপি উঠে
তাইৰ ওপৰত খহি পৰে
এজাক নক্ষত্ৰ
জেবালাগি চাই ৰয়
সুনীল আকাশ
লজ্জাহীনতাত খহি পৰে
তাইৰ বুকুৰ আঁচল।
এতিয়া প্ৰতিটো সন্ধিয়াত তাই সাৰ পায়
এন্ধাৰে খেদিয়াই ফুৰে তাইৰ
দেহৰ বিচিত্ৰ গোন্ধ
এজাক নক্ষত্ৰৰ ফুচ্ ফুচনিত
প্ৰকৃতিৰ বুকুত ফুলে এজাৰ ফুলাৰ বতৰা
জোনটি উচুপি উঠিলে
লজ্জাহীনতাত ভাগি পৰে
নদীৰ চঞ্চলতা
বোৱতী নদীৰ সোঁতত গ্লানিবোৰ
নিকা কৰিব খোজে
নদীয়ে বহন নকৰে
তাইৰ মলিনতা।



জ্যোতিৰ্ময় শৰ্মা

# উন্মাদ মাখো সময়

অতিজোপা গছেই ফল দিয়াৰ সম্ভাৱনা
উন্মাদ মাখো সময়
তুমি আৰু মই সাঁচি ৰাখিছো বহু শইচৰ সাঁচ
জুপৰীয়া ৰ'দৰ তমকত অথবা শীতল জোনাকত
সিঁচি দিব লোৱাৰো প্ৰতিটো সাঁচ
মাটি ভৰা মাতৃল-জোৰেৰে থাকিলেও
ধাৰকীয় গুণে জানো অনিষ্ট কৰে
তথাপি মই জানো সূৰ্যস্নাত আবেলিয়ে
মোৰ পৰা খুজি লৈব বহুতো সাঁচ
কাৰ পৰি জীণ যোৱা মৰিশালীৰ ওচৰৰ
মাটি ভৰাত বহু পলম
এতিয়া ইয়াতে সাঁচি ৰাখিছো
উমলি-জামলি লগোৱা বহু সপোন
আহ্লাদি থকা কৃষক জাকে
আজিও বুজা নাই - গছে ফল দিলে
উত্তৰ প্ৰজন্মক বিচাৰে ।



জ্যোতিৰ্ময় শৰ্মা

দ্বিতীয় বছৰ , পঞ্চম সংখ্যা

# গছৰ আগত পাতৰ আঁৰত

জীৱনৰ মাটিত আজি
প্ৰেমৰ ছাঁ

বুকুত চুলি মেলি দিছো
বগুৰা বাই কান্ধলৈ উঠি গৈছো
সপোনৰ দৰে ধুনীয়া চিলা এখন উৰুৱাই
হাত চাপৰি বজাই গাইছো
অলং দলং খেলিছে - ৰজা ৰাণী আহিছে
বতাহে কপাঁইছে
ভয়তে চিঞৰিছোঁ - পৰি যাঁও যদি



ভয় নাই
মমতাৰ মাটিত গজা
মই এজোপা প্ৰেমৰ গছ

বা: বা: প্ৰেমৰ গছ
আইটিৰ সোণৰ সজাবিহীন
সৰু চৰাইৰ কণমানি বাহ
কণমানি শান্তিৰে
তুমি কেনে মৰমীয়াল !!

অৰুণিমা দেৱী

## নাও আৰু নাৰৰীয়া

মই দেখিছিলো
নাও আৰু নাৰৰীয়াজন
পৰুৱাৰ গাঁতটোত সোমোৱা ।
অন্ন- বস্ত্ৰ -বাসস্থানৰ অনন্ত সমস্যাৰ মাজত
তেওঁলোকে বিচাৰি নাপালে কোনো নদী ।
পুনৰ তেওঁলোক ওলাই গ'ল
নদীৰ সন্ধানত ।
পৰুৱাবোৰৰ চকুৰে চকুৰে বৈ গ'ল
তুকুংতুঙা , সাৰতুঙা
এখন নদী
চকুপানীৰ নদী ।

অৰুণিমা দেৱী

প্ৰথম বছৰ , অষ্টম সংখ্যা

## ঈশ্বৰ, শিল আৰু ইতিহাস

তেওঁলোকে পাহৰিলে
শিল , পাহাৰ আৰু অৰণ্য
ধুমুহা , আকাশ আৰু মহাশূন্য ।
কেতিয়াবা মই সপোনত দেখো
ঈশ্বৰৰ ইতিহাস । সুৰঙ্গ খোদাই কৰা গুহাবোৰ
নতজানু মানুহবোৰ
সকলো স্তব্ধ , নিস্তব্ধ !

সেইখনত এটা শিল আছিল
কিজানি !
নাৰৰীয়াজন তাত প্ৰায়ে বহিছিল
এদিন শিলটো ডুব গৈছিল.
মোৰ পাণ্ডুলিপিটো তাতে আছিল । কবিজনো ।
এতিয়া কাৰো একো চিন চাব নাই ।

নয়ন জ্যোতি দাস

দ্বিতীয় বছৰ , প্ৰথম সংখ্যা

প্ৰতিটো বিষাক্ত নিশাই আমালৈ কঢ়িয়াই
আনে ভঙা কলিজাৰ বিননি। ঝন্‌ঝনকৈ
খহি পৰে ক্ৰমান্বয়ে বহু উজাগৰী নিশা
আৰু আৰম্ভ হয় বাৰুদৰ ধোঁৱাৰে
ধূসৰিত এটি পুৱা।
তথাপিও ঋতু আহে ঋতু যায় - নিৰবিচ্ছিন্ন
ভাবে। এক অনিৰুদ্ধ গতিশীল বাংময়তাই
স্ফীতোদৰা নাৰীৰ দৰে কৰি তোলে
পলাশী ভাবৰ উন্মাদনা। কোনোবা
অচিন জৰায়ুত প্ৰসবোদ্যত বেদনাৰ
চীৎকাৰত জীপাল পাই উঠে 'অদ্যাৱধি';
এক মৃদু অথচ সঘন কবিতাৰ সুবাস।

প্ৰশান্ত শৰ্মা

প্ৰথম বছৰ, সপ্তম সংখ্যা

# ঈশ্বৰৰ চহৰত শোভাযাত্ৰা

মোক আপোনালোকেনো কেনেকৈ চিনিব ! মই
ঈশ্বৰৰ চহৰত দালালি নকৰো । চহৰ সভ্যতাৰ
সন্তান নহয় । হোৱা হ'লে চহৰত 'ৰেপকেছ'ৰ সংখ্যা
নাবাঢ়িলে হয় । ঈশ্বৰৰ চহৰত ঈশ্বৰসকলহে থাকে
মানুহবোৰ ক'ত থাকে ! দিছপুৰত কোন থাকে ?

চহৰত জমিদাৰে ভোকক লৈ কবিতা লিখে । চহৰত
ঈশ্বৰৰ নামত ধৰ্ষিতা হয় নুৰজাহান বিবি ।
চহৰৰ পৰাই ভুমকাৰ্লৈ পঠোৱা হয় পুলিচ । নদীৰ ইজ্জত লুটিবলৈ ।



চহৰত বৰ বৰ ঘৰ থাকে । খিৰিকিত সুদৃশ্য পৰ্দা ।
ড্ৰইং ৰুমত দামী চোফা । ভি.টি.পি. , টি.ভি. ।
ডানলপ পিলোত শুই থাকে ঈশ্বৰ । চহৰত বিবেক নাথাকে ।

চহৰৰ বাটবোৰ মাৰ্চিডিজ আৰু য়ামাহাৰ বাবে
পাৰ হ'বই নোৱাৰি । সেইবুলি জানো চহৰত
সকলোৰে নিজাকৈ এমন গাড়ী থাকে !
চহৰত বস্তি আৰু বেশ্যা নাথাকে নেকি !
আৰু নাথাকে নেকি ভোকাতুৰ ভিক্ষাৰী ?

চহৰৰ ঈশ্বৰহঁত চোৰ আৰু মাতাল ।
ভেলেণ্টাইনচ ডে'ত সিহঁতে প্ৰেজেণ্ট কৰে
ডেবনেয়াৰ ডুকাপি , বাদামী লিপষ্টিক , নিৰোধৰ বড়ি
চহৰৰ ঈশ্বৰহঁতৰ অন্য নাম ব্ৰহ্মা - নহয় নেকি ইহঁতৰ চাৰিখন মুখ !

চহৰৰ ঈশ্বৰহঁতে আয়ে শোভাযাত্ৰা কৰে ।
বিবেকৰ শৱযাত্ৰা । মানৱতাৰ পোষ্টমৰ্টেম হয়
কাণফুলা নাৰ্চিংহোমবোৰত । চহৰত
সকলোৱে ভিক্ষু লগাইহে কান্দে । চহৰত
ঈশ্বৰ নথনা বুদ্ধও থাকে একো একোজন । যাৰ বাবে
উঁয়ৰ দৰে চহৰবোৰ ভস্মীভূত নহয় ।

প্ৰনৱ কুমাৰ বৰ্মন

প্ৰথম বছৰ , প্ৰথম সংখ্যা

# পাঁচটা স্তৱক



বেশ্যা জোন
মই কথা পাতিলে প্ৰেয়সীৰ সতে
তই চাই থাকিবলৈ কোন

অ' হেৰ ৰ'দ
এচলীয়াকৈ পৰিছ পথাৰৰ পিটিত
পি টিভিলৈকে ধতুৰাৰ মদ

বতাহ
মোৰ কাণৰ উপত্যকাত
ৰিব ৰিব কিয় পাৰিছ আৰ্তৰাহ

তোৰ বুকুত
মীৰলুৰ আঙুলি কাৰ
অ' পথাৰ

অ' সোনালী শইচ
তোৰ নাচোন দেখি
দাইনীৰ বুকুত ৰং-বৰহইচ ।

প্ৰনৱ কুমাৰ বৰ্মন

# দূৰৈৰ পৰ্বত আতিকৈ শুৱনি

জলন্ত বাষ্পপিণ্ড
চৌপাশে ওমা তুহিনৰ খেলা
বহাগৰ বৰ আঁহতৰ তলত কাউৰী শগুনৰ মেলা
সন্ধ্যা - ললিতাৰ সোঁতে উটুৱাই নিয়ে
ইষ্ট দেৱতাৰ থাপনা
তুমি মোৰ তুলি কোৱাজাতো হৈ পৰে হুলণীয়
দূৰৈৰ পৰ্বতখন ইমান শুৱনি !
হেমন্তৰ হিমসনা নাহী চাদৰখন
যদি পাৰে পৰ্বতৰ নামনিলৈ
কঠিন বণ্ডুৰা মেখেলাখন
উৰি যায় শিখৰলৈ ।
এতিয়া পৰ্বতখন স্পষ্ট দেখিছা
পৰ্বতখন এতিয়াও শুৱনি হয়নে ?



গীতিকা দেৱী

প্ৰথম বছৰ , দ্বাদশ সংখ্যা

# নিসংগ ৰাতিৰ স্তৱক

নিসংগ ৰাতি
নিয়ৰ সৰে
সপোন সৰে জীৱনৰ ।

নিসংগ ৰাতি
বেশ্যাৰ দুৱাৰত টুকুৰিয়াও
টকাৰ বিনিময়ত
কৃত্ৰিম মৰম অধানিমান ।

নিসংগ ৰাতি
জুবিৰ্টিৰ সতে কথাপাতো
তাইৰ কোলাত মূৰ থৈ শুই পৰো
এক অজান পুলকত ।



নিসংগ ৰাতি
মই হাতত তুলি লওঁ আৰণাজ্ঞ ।
উদং কৰো সহস্ৰ মাহৰ কোষ
নৱবিবাহিতা পত্নীৰ বুকু !
তাই পত্নীৰ দুচকুত বোৱাই দিও অশ্ৰুবন্যা ।

প্ৰাঞ্জল শৰ্মা

প্ৰথম বছৰ , দশম সংখ্যা

# তুমি, মই আৰু এটা ৰাতিপুৱা

সৌৱে বাটোত দেখিছা, গাধ গোৱালিটো -
তেনেকৈ এদিন সিহঁতেও কঢ়িয়াই লৈ ফুৰিছিল
বুকুত এবুকু সেউ মৰা বোজা.
আৰু আজি -
আজি সিহঁত একো একোজন
স্থিত প্ৰজ্ঞ, ঠিক সেই লাওতা পাহাৰটোৰ দৰেই
মা.
তোমাৰ সৈতে মোৰ শেষ দেখা
তোমাৰ বাৰু মনত আছেনে ?
মোৰচোন একোৱেই মনত নপৰে,
মাজে মাজে মাত্ৰ বাইদেউজনীয়ে কয় -
"আমাৰ মা সাংঘাতিক জেদী আছিল
কোনো ক্ষেত্ৰতে কেতিয়াও আপোচ নকৰিছিল ।"
সেয়েহে নেকি মা
আজিকালি মই অলপতেই ভাগৰি পৰো !
মোৰ ধ্বংসপ্ৰাপ্ত কলিজাই আৱৰণ খুলি
'তুমি কোন ?' - বুলি প্ৰশ্ন কৰিলে
এনেকুৱা লাগে
আমিবোৰ যেন একো একোখন
মাটিৰ দলিল থকা নকল সন্ধিপত্ৰহে,
যত একোটা স্বাক্ষৰৰ বাবে
আমি হেৰুৱাবলগীয়া হয়
মানৱীয় সত্তাৰ জীয়া ছবিবোৰৰ কেঁচা ৰং ।
গতিকে মা,
তুমি মোক এনেকুৱা এটা ৰাতিপুৱা দিবানে
যিটো পুৱাৰ বাওলী আঁতাই
আমালৈ কঢ়িয়াব
জীয়াই থকাৰ বতৰা -
যিটো পুৱাৰ মলয়াই
কঢ়িয়াই লৈ ফুৰিব
বকুল ফুলাৰ বতৰা ।



প্ৰশান্ত শৰ্মা

প্ৰথম বছৰ, ষষ্ঠ সংখ্যা

অকল কবিতা লিখিলেই নহব। লিখক আৰু পাঠকৰ মাজত যোগসূত্ৰও স্থাপন কৰিব লাগিব। কবিতাক সাধাৰণ মানুহৰ মাজলৈ পৰ্যবসিত কৰিব পাৰিব লাগিব। বিভিন্ন পোছাকী শব্দেৰে আজি কবিতাৰ গুন গাঁও, কবিতা লিখো। তাৰ সলনি সাধাৰণ শব্দ ব্যৱহাৰ কৰিলে নিশ্চয় ইয়াক জনগনৰ মাজলৈ লৈ যাব পৰা যাব। বুকুৰ ভিতৰত ঘৰ কৰা আমাৰ অনুভূতিক সত্তাক উপলব্ধি কৰি সাধাৰণ শ্ৰেণীৰ বাবে ব্যৱহাৰ কৰিব লাগিব। তেওঁলোকৰ স্পন্দনক আমাৰ স্পন্দনৰ সতে একাত্ম কৰিব লাগিব। তেতিয়াহে কবিতা সকলোৰে মুখে মুখে হব।

নিখিলেশ শৰ্মা

প্ৰথম বছৰ, দশম সংখ্যা

# বহাগ মানে ধুমুহা নহয়

ফুলা নুফুলা বসন্ত এটাৰ বাটেৰে
মই খোজ পেলাইছিলো
সিহঁতৰ আকেশৰ পিছে পিছে
উৰ্বৰা গৃহৰ পথাৰ মই হয়তো এতিয়া বহুত দূৰত ...
নুতনত্বৰ সম্ভাৱনা থকা বহু টিকনাৰ পাণ্ডুলিপিয়ে
হয়তো এতিয়াও আলিংগন কৰে
মৃত গছত আকাশীলতাৰ দৰে
মোৰ অস্পৰ্শ অৱয়ৱত ।
হে সময়
মোৰ অস্তিত্বৰ ঐশ্বৰ্যক
শান্তিৰ জোকমোৰালি এটাত
কিয় বাধ্য কৰিলা
সিহঁতৰ মন্দিৰ-মছজিদ-গীৰ্জাত
আত্মসমৰ্পণ কৰিবলৈ বিজয়াদীৰ শাৰীত ।
মই নাজানো
শিলৰ চোলা পিন্ধা
যুদ্ধৰ জোতাবোৰে কিয় মোক খেদি ফুৰে
ফুলা নুফুলা বহু বসন্তৰ বাটে বাটে-
মই এতিয়াও বাঁৰ নোমোজো
বহাগ মানে ধুমুহা ...

বুবুল কুমাৰ

প্ৰথম বছৰ, দ্বাদশ সংখ্যা

# ছাঁ

পিটনিয়নৰ কাষত
মোৰ সৈতে শুই থকা ছাঁ ই
মোক আমনি কৰে
হৃদয়ৰ কোমলতাক স্পৰ্শ কৰি ।
মাজনিশাটোৱে দুৱাৰত টুকিয়াই
মধ্যৰাত্ৰিৰ মোৰ স্বপ্নবোৰক
খণ্ডাল কৰি তোলে-
মোৰ ব্যৰ্থ প্ৰেমৰ কবিতাৰ কিতাপ মেলি ।
গোটেই নিশাটো বোকোচাত লৈ
ফুলশয্যাত তোমাৰ অপেক্ষাত হেৰুৱালো
জীয়া জীৱনৰ যৌৱনক ।
আঁচুৱাখন দাঙি নিদিবা , নগ্ন হৈ
চাই আছে নিসংগ সময়ে ।
মোক আকোৱালি নলবা ; যৌৱনৰ ধ্বংসস্তূপত
যৌৱনৰ ছাঁ লৈ মই যুৱৰাজ অদ্যাৱধি ।

বুবুল কুমাৰ

প্ৰথম বছৰ, অষ্টম সংখ্যা

# নিশ্চয় এদিন

এক্লুৰি হ'বলৈ দুবছৰ বাকী
কলিজাৰ ৰক্তপ্ৰবাহত প্ৰস্ফুটিত গোলাপৰ কলি
শিৰাই-উপশিৰাই ক্ৰমশঃ বাঢ়ি যায়
প্ৰেমৰ আকুলতা
মোৰ শৰীৰ আমুৰি এমন নদী
তোমাৰ শৰীৰৰ উষ্ণতাত একুৰা জুই।
বিপৰীত ধৰ্মী হ'লেও ৰচি যাওঁ
অনাগত দিনৰ সেউজী সপোন
কল্পনাৰ সিপাৰত উজলি উঠে
কপালৰ ৰঙা তিলক।
তুমি গুচি গ'লা দিগন্তৰ সিপালে
উঁই হাফলুৰ দৰে বিধ্বস্ত হ'ল
জীৱন বৃক্ষৰ সেউজী ডাল।
বাস্তৱতাৰ সিপাৰত অপেক্ষা কৰিবা
এবুকু কেঁচা সৰম লৈ
সোণালী পামিৰ পখিলা হৈ
এদিন নিশ্চয় যাম তোমাৰ কাষলৈ
পুনৰ জনমত গজি উঠিব
আশাৰ সেউজী ডাল।



প্ৰথম বছৰ, দশম সংখ্যা

গিতুমনি দেৱী

# দুটা স্তৱক

কাৰ আগত কওঁ মনৰ কথা
প্ৰিয়জনৰ মুখতো অবিশ্বাসৰ দাগ
মনৰ ঘৰতে পাতিছো অলেখ কথা
সংগোপনে আৰু নিশব্দে !

এতিয়া ইয়াত জোনাক নাই
নমাই আনিব পাৰিম জানো
শৰতৰ স্নিগ্ধ জোনাক !
উপভোগ কৰিলোহেতেন
জোনাকী বৈভৱ।



প্ৰথম বছৰ, সপ্তম সংখ্যা

গিতুমনি দেৱী

# শৰবিদ্ধ চেতনা



মই লিখা প্ৰতিটো কবিতা আকাশৰ প্ৰতি
আকাশকে দিলো উপহাৰ
বেদনাৰ বোজাবোৰো ওৰে ৰাতি ভৰা লিখাৰে
আকাশকে দিলো যাচি।
আৰু কলো প্ৰাণ খুলি নৈশ অন্ধাৰত
মোৰ শৰবিদ্ধ ভাষাৰে
মুৰ তুলি চাব নোৱাৰাৰ কথা
আকাশক।
মোৰ কবিতা পঢ়ি কত সুহৃদে মোক ক'লে
'বিপ্লৱী হ'লা কেতিয়াৰ পৰা?'
নোপোৱাৰ বেদনাতেইতো জন্ম বিপ্লৱৰ
শতযুগৰ সহস্ৰজনৰ।
'সৰলচিতীয়া কবি বন্ধু আমাৰ
সম্পৰ্কতো নাছিল তোমাৰ আৰু বিপ্লৱৰ!'
সিহঁতে যদি সজায় মোক
কাচিনত প্ৰশিক্ষণপ্ৰাপ্ত ভূটানৰ গুপ্তচৰ!
হাঁহিবা নে কান্দিবা তুমি?
সময়ৰ বেত্ৰাঘাতে শিকাইছে সকলোকে
সৰলবোৰক জটিল কৰাৰ মন্ত্ৰ
অৰ্ধোপাছুৰ হাতোৰাৰ চেপাত গলি গলি
নিঃশেষ হৈছে জীৱনৰ ৰঙ
প্ৰেমৰ ৰঙো হেনো আজিকালি এই ক'লা, এই হালধীয়া
আকাশকহে কওঁ মোৰ মনৰ কথা
সুবিশাল আকাশ মোৰ উদাৰতাৰে ভৰা
সম্পৰ্ক মোৰ নিবিড় সৰলতাৰে সতে - অতীজৰে পৰা
তুমি বুজিলে আকাশ, কবিতাৰ ভাষা মোৰ
সাৰ্থক হ'ব শত আশা হৃদয়ৰ
তুমি নকলা পিছে একো, অভিমান নকৰো মই
বুজা নুবুজা ভাবেৰে বুজিছো সচ্চো, তোমাৰ দুখৰ কথা
আছে নেকি তোমাৰো ভয়
তোমাৰ বুকুজুৰি ব্যপ্ত পৃথিৱীখনলৈ চকুমেলি চোৱাৰ?

বন্দনা দেৱী

প্ৰথম বছৰ, দৰ্শন সংস্থা

# তুমি আৰোহণ কৰা

তুমি আৰোহণ কৰা থিয় পাহাৰটো
উপলা নৈৰ দৰে বহি পৰক জৰ্জৰকৈ
দুঃসহ সময়ৰ নিঃস্ব গান।
তুমি অনায়াসে পাৰ হোৱা
পাহাৰটোৰ উচ্চতম শৃংগ ।
মাজধানে খোজ দিয়া
সাগৰ পৃষ্ঠৰ পৰা আমি এতিয়া
সহস্ৰ ফুট ওপৰত ।
এখোজ পিছফালেই –
মৃত্যুৰ আৱৰ সংগীত ।
কোনো কথা নাই। ভাবা যদি তুমি
'মৃত্যুওতো এটা শিল্প...'
ভুল আমাৰ সহজাত.
অথচ আমি বাৰে বাৰে গঢ়ো একেই কাৰেঙৰ তোৰণ
কোনে জানে,
ধবলৰ জীৱাশ্মৰেই গঢ়ি উঠে যুগমীয়া দ্বীপ !
চিকমিকোৱা হে বাঙ্কনি ৰ'দ
জ্বলি উঠা তুমি
মধ্যাহ্নৰ সূৰ্য হৈ ।

ৰাজীৱ দত্ত

প্ৰথম বছৰ, ষষ্ঠ সংখ্যা

# বেদনা

আই,
এন্ধাৰত থাকি মই কিদৰে লিখো পোহৰৰ কবিতা
মোৰ যে কিমান হেপাঁহ, শব্দৰ বন্যাত বোৱাই দিও ভাবৰ নৌকা
পিচে অহৰ্নিশে মাথো পিটিকি
চটোপ চটোপ মোকাৰ কোব
ভাত কাপোৰৰ চিন্তাত মনলৈচোন নাহেই বহাগ !
আই,
কিদৰে লিখো মই প্ৰেমৰ দুশাৰীমান কবিতা
ভোকৰ হুলোলত বন্দী হৃদয়ৰ আকুল ভাষা
কি সতে লিখো কবিতা !
আই,
আজাৰৰ অন্ত হ'ব জানো কেতিয়াবা
পেটৰ জুয়ে দহি নিয়ে
হৃদয়ৰ সনাতন সেই ভাষা !
আই, কি সতে লিখো মই কবিতা !

ৰাজীৱ দত্ত

প্ৰথম বছৰ, সপ্তম সংখ্যা

এটা বীজৰ ভিতৰতে থাকে হেজাৰ বীজৰ সঁফুৰা। একেদৰে নৱসৃষ্টিৰ অভ্যন্তৰত থাকে নতুন প্ৰবাহ।

সংগ্ৰামী সময়ত 'অদ্যাৱধিৰ জন্ম। 'অদ্যাৱধিয়ে তোষামোদকাৰী, ভন্ডামিৰ সতে আপোচ কৰা নাই কোনোদিন, ভৱিষ্যতেও নকৰিব। প্ৰাতঃ সূৰ্য্যৰ কিৰণক বাধা দি ৰাখিব নোৱাৰাৰ দৰে কোনো ঘাত-প্ৰতিঘাতেও 'অদ্যাৱধি'ক বাধা দি ৰাখিব নোৱাৰে।

প্ৰসৱৰ বেদনাৰ সহনশীলতা আৰু ৰাইজৰ অফুৰন্ত মৰমেই 'অদ্যাৱধি'ক জীয়াই ৰাখিব - সুদীৰ্ঘদিনৰ বাবে।

জ্যোতিৰ্ময় শৰ্মা

## যুদ্ধৰ নিয়ম

সময়ৰ পিচল পিচিয়েদি নালি আছে
বিভৎস শব্দবোৰ
যন্ত্ৰনাত বেদনাকাতৰ হৈ তুমি নিঠৰ হোৱা
ঋতু সলনি হোৱা বাবে।
নদীৰ ভাষা বুজি নোপোৱা
স্বচ্ছ দাপোন বিচাৰি তুমি
ভাগৰত ক্লান্ত হোৱা
মুখ খুলি নাকান্দিবা
যুদ্ধৰ নিয়ম এনেকুৱাই
তোমাৰ শেলুৱৈ ধৰা পৃথিৱীত
ক'ত পাবা প্ৰকৃতিৰ নিয়ম
নিৰবিচ্ছিন্ন সময়বোৰ ঘূৰাই নপোৱা
য'ত থিয় হৈছা তাৰ পৰাই
আৰম্ভ কৰা তোমাৰ নতুন অধ্যায় ,

প্ৰথম বছৰ, দ্বাদশ সংখ্যা — গীতিকা দেৱী



## বৃত্ত

কেন্দ্ৰত নিদ্ৰাহীন ৰাতি
চৌপাশৰ বৃত্তটো আজি
সন্ধানহীন !
কেনেকুৱা হ'ব পাৰে সেই বৃত্তটো
হয়তো ৰঙা অথবা ক'লা
তাৰ সন্ধানত উভাবল সমগ্ৰ পৃথিৱী
জানোচা ক'লা ৰঙৰ বৃত্তৰ সন্ধান
কোনোবাই কৰবাত পায়েই !

হয়,
পৃথিৱীক ৰক্তৰ সমুদ্ৰত ডুবাই ৰাখি
কোনো বৃত্তৰ সন্ধান পোৱা নাযাব
আজি অথবা কাইলৈ ।

প্ৰথম বছৰ, সপ্তম সংখ্যা — গীতিকা দেৱী



# বিষয় : মাদাৰ টেৰেচা

'WE NEVER SAY YOU - GOODBYE MOTHER'

আপুনি আছিল মহাজীৱনৰ আধাৰশিলা
বঞ্চিত যেতিয়া মোৰ ভোকাতুৰ দেহটো
কুষ্ঠৰোগত আক্ৰান্ত হৈ পৰি আছিল
তেতিয়া মোৰ বাবে আপুনি আছিল জীৱনৰ প্ৰদাতা।
আপোনাৰ মনত আছিল নে নাই সঠিক নাজানো,
আচলতে মই আছিলো
আপুনি দুৰ্গন্ধিময় জাৰৰৰ দমৰ পৰা
উদ্ধাৰ কৰা এক নিঠৰুৱা শিশু ;
যি কাৰোবাৰ অবাঞ্চিত উৎপাদন আছিলো
ক'ত দিন থৈছিলো মই, - ফুলৰ পাপৰিত
সে শৈল গহ্বৰত পোৱাও মই নাজানো ;
কিন্তু মোৰবাবে আপুনি আছিল মাই আৰু বহুত
চমুকৈ প্ৰেম আৰু কৰুণাৰ উৎস।
সেয়েহে মোৰ বাবে আপুনি
মহান বা মহত্বতকৈ উচ্চতাত।
এতিয়া
আপোনাৰ অবিহনে আমিবোৰ থাকিম
যদিওবা আমি জানো, আপোনাৰ
প্ৰশান্তিময় স্পৰ্শ আৰু মাতৰ পৰা
আমিবোৰ বঞ্চিত হৈ ৰ'ম আমৃত্যু
আৰু সিবোৰ সোমাই থাকিব স্মৃতিৰ তলত
এটা বন্ধ বাকচৰ ভিতৰত

মাতাৰ, হৃদয়তযে বন্দী হৈ ৰ'ল আপুনি
কোন সাহে ক'ও আপুনি হেৰাই গ'ল বুলি
আপোনাৰ যাদুকৰী স্পৰ্শৰ সন্ধানত
অচিৰেই উদযাপন কৰিম
এক নিবিড় সংক্ৰিয়া !
আমি জানো
বিদায় এক অৰ্থহীন শব্দ হ'ব মাত্ৰ
আপোনাৰ বাবে
প্ৰয়োজন মাথো অপেক্ষাৰ।

ইলা দেৱী

# মোক অকলে থাকিবলৈ দিয়া

আজি বোলে স্বাধীনতা দিৱস
কোনোৱে কলে পালন নকৰিবা
আমি স্বাধীন নহয়।
কোনোৱে ক'লে বিহু ৰাতি দিৱস
মই ক'লো নাপাতিবা
নিজৰ হৃদয়ত নিজেই ফুটিবা
কোনোৱে কলে আমি অসমীয়া
মই ক'লো মিছা কথা
আমি হিন্দু, আমি মুছলমান, আমি শিখ
অথবা বড়ো - কোচ - মিচিং - ৰাভাহে
ক'ত আছে আমি অসমীয়া ?
কোনোৱে ক'লে আমি একেলগে যাওঁ
মই ক'লো নোৱাৰো
আমাৰ ৰাস্তা বেলেগ, লক্ষ্য বেলেগ
কোনোৱে সুধিলে কি কৰিবা
মই ক'লো নকও
যি কৰো কৰিবলৈ দিয়া
যি হয় হ'ব দিয়া
পাৰিলে নীৰবে থাকো
নোৱাৰিলে উভতি যোৱা
তোমালোক যোৱা ;
মোক অকলে এৰি যোৱা
মই আজি
অকলে থাকিবলৈ বিচাৰো।

বিভূতি শৰ্মা

প্ৰথম বছৰ, অষ্টম সংখ্যা

# পৰশ

তাইৰ হাতৰ পৰশত সি বলীয়া হয়
শিহৰিত হয় তাৰ ওঁঠ-মুখ
চকু থকা হ'লে সি মেলিলেহেঁতেন
তাইৰ মুখ-ওঁঠ-চকু
হাত থকা হ'লে সি চুই চালেহেঁতেন
তাইৰ চুলি বাহু সকলো
ভৰি থকা হ'লে দেও মেলি লৈ আনিলেহেঁতেন
আকাশৰ তৰাকুৰা জোন
সাগৰ তলিৰ পৰা আনিলেহেঁতেন অভিমানী বেলি
তাৰ আছে মাথো মুখ আৰু ওঁঠ
সুবিধা পালেই সি তাইক চুমা যায়
তাই যন্ত্ৰণাত ছটফটায়, তাৰ ভাল লাগি যায়
ছুৰিৰে চেলেকে সি ওঁঠত লাগি অহা তাইৰ হেঙুলীয়া তেজ
তাই ওলোটা দিন ধৰি সি তাইক ভাল পায়
সজাই দিয়ে তাইৰ সকলো আভৰণ
আজি ওকুৰি হ'বৰ দুদিন বাকী
তাই তাক ঘিণ কৰে
মন গ'লেই ঘাহি দিয়ে কইৰা শিলত
ইচ্ছা হ'লেই সুমুৱাই দিয়ে জুইত।
তাৰ লগতেই আঁঠু কাঢ়িলে, মোজ কাঢ়িলে
আৰু সেই দিনা তাই লাজুকী হ'ল - তাই ডাঙৰ হ'ল
ওকুৰি হ'বৰ দুদিন বাকী - তাই তাক ঘিণ কৰে।



এতিয়া তাইৰ আদেশ চলে
তাইৰ খেয়ালত সি কৰিব লাগে সকলো
কিন্তু সি বিচৰাৰ দৰে তাই তাক ভাল নাপায়
সি অকাতৰে সহি যায় সকলো অত্যাচাৰ
তাৰ বুকুত আশা -
আবেগেৰে তাই তাক থব তুলাৰ বেষ্টনীত
পৰশ দিব তাইৰ দুই ওঁঠৰ...
ওকুৰি হ'বৰ আজি দুদিন বাকী
তাই তাক সপিলে নাকনী বুঢ়ীক
আলৰ হকে সি - তাৰ গাত হেনো বুগুণ ফাপৰ
তাৰ দেহত বব এতিয়া নাকনী বুঢ়ীৰ অনাহুত স্পৰ্শ
আজিৰ পৰা বুঢ়ীৰ লগুৱা সি
নাকনী বুঢ়ীৰ যদি থাকিলহেঁতেন জীয়ৰী
সি পালেহেঁতেন মৰমী স্পৰ্শ, আলসুৱা চুম্বন
কোনে বুজি পাব তাৰ অনুভূতি
সি যে এটা সাধাৰণ বেজি!

বিভূতি শৰ্মা

সংস্কৃতৰ 'বিষুৱন' শব্দৰ পৰা বিহু শব্দৰ উৎপত্তি হোৱা বুলি অনুমান কৰা হয়। এই সময়ছোৱাত সূৰ্যই বিষুৱ ৰেখাৰ ওপৰত অৱস্থান কৰে। অসমত যি উৎসাহ-উদ্দীপনাৰে বিহু পালন কৰা হয় ভাৰতৰ অইন ঠাইত সিমান উলহ-মালহ বসন্ত-উৎসৱটোত দেখা নাযায়। সেয়ে, অনুমান কৰা হয় - বিহু প্ৰাচীন কালৰ পৰা চলি অহা অসমৰ এক থলুৱা জাতীয় উৎসৱ।

বিহু সমন্বয়ৰ প্ৰতীক। ইয়াত যিদৰে প্ৰাক-আৰ্যৰ জটা স্মৃতি লগ লাগিছে সেইদৰে আৰ্য আৰু পৰৱৰ্তী অনাৰ্য সকলো স্মৃতি লগ লাগিছে। যিয়েই নহওক, বিহু এক উৰ্বৰা অনুষ্ঠান। কৃষিনিৰ্ভৰ লোকসকলে বিশ্বাস কৰে যে বৰষুণৰ সংস্পৰ্শত পৃথিৱী শস্য সম্ভৱা হয়। এই সময়তে উদং পথাৰৰ বুকুত ডেকা-গাভৰুৱে যৌৱনৰ নাচ নাচি সৃষ্টিৰ অংকুৰ সিচে।

ৰাজেশ বৰ্মন

প্ৰথম বছৰ, দ্বাদশ সংখ্যা

# অস্তিত্ব



মায়াজাল ছিঙি এমুঠি দৰ্শকৰ স্নায়ুত
এতিয়া তীব্ৰ কোলাহল
ইন্দ্ৰজাল মুক্ত দেশৰ স্নায়ু
ৰ'দত মেলি দিছো
ক্ষতবিক্ষত দেহবোৰ শুকুৱাবলৈ
ন সূৰ্য্যৰ আলোকত নিবিচাৰো
ৰাতিপুৱাৰ মলয়াই কাঢ়ি অনা যুগধ্বনি
নিস্তেজ পোহৰত চালি নোহোৱা
কুঠৰীত দৰিদ্ৰতাৰ যন্ত্ৰনাত ছটফটাই থকা
শুকান কাঠ মানুহবোৰ !
হয়তোবা ইহঁতবোৰ মৃত
হৃদয় স্পন্দিত মৃত্যুৰ ছন্দেৰে
অনুভৱ কৰিছো মানুহৰ অস্তিত্ব।

প্ৰথম বছৰ, দ্বাদশ সংখ্যা ৰবী ভট্টাচাৰ্য

# ঋতু

নিসংগতাৰে বৈ থকা আলিবাটত
জোনাকৰ স্নিগ্ধ পোহৰত
আজিও নীৰৱতাৰে বৈ থাকে ঋতু
অকলশৰীয়া হৈ।

ঘৰ-পথাৰত শুই থকা নিশাটো
উলংগ নহয় কোনোদিনে পথাৰক চুমা দি
অপেক্ষা আৰু পৃথিৱীৰ মতে বিৰোধ নকৰে
যৌৱন ফাগুনৰ দিন এটা অহালৈ ...



উলংগ পথাৰৰ বুকুত
যৌৱনৰ বিনিদ্ৰ স্বপ্নই
জোনৰ চুমাত
আঁকি দিয়ে গৰ্ভত
বিশালতাৰে পূৰ্ণ এক সেউজী পথাৰ।

ৰবী ভট্টাচাৰ্য

প্ৰথম বছৰ, নৱম সংখ্যা

# বিষন্ন ক্ষণবোৰ



বিষণ্ণ উদাস ম্লান চাপোনত
কাজিজলিত হয়
দমিত অৱদমিত চেতনা
ওঃ, হিয়া খুলি জ্বলি উঠা জুইকুৰা
নিৰ্বাপিত কৰাৰ বাবে
তুলি দিলো সযতনে মই
তোমাৰ হাতত
জীৱনৰ সমস্ত নিৰাপত্তা
আৰু ইয়াৰ লগত সংযুক্ত
বিষণ্ণ ক্ষণবোৰ ।

কমল কুমাৰ ঠেন

দ্বিতীয় বছৰ, প্ৰথম সংখ্যা

# তুমি এতিয়া কঁত



তোমাৰ সেই দুচকুৰ
মূক বাংময়তাত
দুৰ্জ্ঞেয় শিহৰণো একালত
তৰি দুই তৰি দিছিল বাট
আৰু আজি
শৃগালৰ পাততেই হেৰাল
তোমাৰ সেন্দুৰী বাটৰ আঁত
তুমি এতিয়া কঁত -
বিস্মৃতিৰ অতল গৰ্ভত
নে ফুইংকৰণৰ ধূপে ধৰা কাঠৰ মজাত

মোৰ মন আকাশৰ ইথাৰত ঠেকা খাই
প্ৰতিবাৰেই অনুৰণিত হৈ ওলমি বয়
সেই এটাই প্ৰশ্ন
তুমি এতিয়া কঁত ?
তুমি এতিয়া কঁত !!

ভুৱনেশ্বৰ ডেকা

দ্বিতীয় বছৰ, প্ৰথম সংখ্যা

# মৃত গছবোৰৰ বাবে

মৃত গছবোৰৰ প্ৰতিজোপা গছেই আছিল ভীষণ সাহসী
আৰু আমি প্ৰত্যেকেই আছিলো সিহঁতৰ মৃত্যুৰ বাবে দায়ী।
বেলিৰ বাবে বিয়াকুল হৈ গছবোৰে সদায় প্ৰাৰ্থনা কৰিছিল আকাশক
শিপাত সাঁচি বৰষুণ যৌৱনময় কৰিছিল মাটিক।
গছবোৰে গৰখীয়া গধুলি গুণগুণাইছিল গান
আৰু বিদ্ৰোহৰ বাবে পাতিছিল সেউজীয়া শিবিৰ।
ক্ৰমশঃ প্ৰদূষিত অন্ধকাৰত গছবোৰৰ অসুখ হৈছিল
যিদৰে নাগৰিক অৱসাদত হালধীয়া হৈ যায় হাতৰ পতাকা
অসুখী গছবোৰৰ বাবে কোনেও হৈ হাল্লা নকৰিলে
পোষ্টাৰিং, দেৱাললিখন একোকে নহ'ল।
ৰাজকীয় শোকবাণীত উচ্চাৰিত নহ'ল গছবোৰৰ নাম
মৃত্যুতো নহয় এতিয়া জীৱনৰ উৎসৱ।
প্ৰায় প্ৰতিজন কবিয়ে গছবোৰৰ বাবে একোটাকৈ কবিতা লিখিলে
আৰু এক নিৰাপদ দূৰত্বত যাপন কৰিলে শোকৰ উৎসৱ।
মৃত গছবোৰৰ প্ৰতিজোপা গছেই আছিল ভীষণ সাহসী
আৰু আমি প্ৰত্যেকেই আছিলো সিহঁতৰ মৃত্যুৰ বাবে দায়ী।



শান্তনু শৰ্মা

# মোৰ এটা বদনাম ওলালেই ভাল

মোৰ এটা বদনাম ওলালেই ভাল
দাৰিদ্ৰালিপ্ত আত্মা মৰা ল'ৰাবোৰৰ মুখে মুখে
ছাত্ৰীনিবাসৰ গাভৰুবোৰৰ মুখে মুখে
আকাংক্ষাৰ আকাশ চুব খোজা ৰাজনীতিবিদ আৰু
খুনী অথবা মাতালবোৰৰ মুখে মুখে
মই নষ্ট হ'লো বুলি
মোৰ এটা বদনাম ওলালেই ভাল

উঠনুৱা ল'ৰাজাকে মোক আউটডেটেড বুলি ক'লে কওক
ৰাজনীতিবিদবোৰে সোঁতৰ বিপৰীতে যোৱা বুলি ক'লেও কওঁক
গাভৰুবোৰেও কওঁক জধলা এজন মানুহ বুলি
খুনী আৰু মাতালবোৰে মোক জাৰজ বুলি পাৰিলে পাৰক গালি

তেনে নামবোৰৰ মতে
মোৰ এটা বদনাম ওলালেই ভাল

মোৰ এটা বদনাম ওলালেই ভাল
মই মানুহজনৰ যিটো নাম আছিল
সেই নামটো শ্মশানলৈ কাহানিবাই লৈ যোৱা হ'ল
মই মানুহজনৰ যিবোৰ সপোন প্ৰিয় আছিল
মহানগৰীৰ বিজুলী তাঁৰত ওলমি থাকিল সিবোৰ সপোন

মোৰ প্ৰিয় নাম এটাৰে মোৰ এটা বদনাম ওলালেই ভাল
যাৰ বাবে মই বৈ আছো বদনামৰ সকলো গৰল পান কৰি



কোনোবাই যদি মোক আহি কয়
প্ৰেমৰ বাবেই ল'ৰাজন নষ্ট হ'ল বুলি
তেনেহ'লে মই তেওঁক কম
তুমি মোৰ বদনামৰ প্ৰিয়তম সমভাগী

মোৰ এটা বদনাম ওলালেই ভাল ...

শান্তনু শৰ্মা

প্ৰথম বছৰ , প্ৰথম সংখ্যা

| পৃষ্ঠা নম্বৰ | শাৰী নম্বৰ | হৈছে | হ'ব লাগে |
|---|---|---|---|
| স্মৃতিচাৰণ | ১৪ | পানিগ্ৰাহী | পাণিগ্ৰাহী |
| ২ | ১২ | হ'ব। হাতোলিয়া | হ'ব, হাতোলিয়া |
| ৩ | ১৪ | পাতি | পাটী |
| ৫ | ২৭ | মূৰ্তিয়ে | মূৰ্তিয়ে |
| ৬ | ১২ | প্ৰত্যেকজন | প্ৰত্যেকজন |
| ৬ | ৭ | তাৰ | তোমাৰ |
| ৬ | ১৮ | মই | আমি |
| ৭ | ২ | ভবহি | দুবৰিত বহি আছো |
| ৭ | ২ | দুবৰিৰ | দুবৰি |
| ১১ | ৪ | শূন্য | শূণ্য |
| ১১ | ২৩ | থকা | থাকা |
| ১৭ | ২৭ | ৰঙ | ৰং |
| ১৮ | ১৭ | পোৰা | পৰা |
| ১৯ | ২ | ৰঙা | ৰং |
| ২০ | ৪ | আৱৰি | আবৰি |
| ২০ | ২৩ | বিলিন | বিলীন |
| ২১ | ১২/১৩ | কঠিয়া | কঠীয়া |
| ২৩ | ৯ | শ্বাসত | শাশ্বত |
| ২৩ | ১৬ | মুহুৰ্ত্তত | মুহূৰ্ত্তত |
| ২৩ | ২০ | মুৰ | মূৰ |
| ২৩ | ২৮ | অনুৰণণ | অনুৰণন |
| ২৪ | ৬ | মুহুৰ্ত | মুহূৰ্ত্ত |
| ২৫ | ১০ | মুঁদ্ধ | মুগ্ধ |
| ২৭ | ২০ | কুচি-মুচি | কুঁচি-মুচি |
| ২৭ | ১৫ | পাটিত | পাটীত |
| ২৮ | ২৩ | দুৱৰিত | দুবৰিত |
| ৩২ | ১২ | জেওঁলোকেৰ | জেওঁলোকে |
| ৩৩ | ১৬ | ভীক্ষাৰী | ভিক্ষাৰী |
| ৩৫ | ৭ | দুৱৰৰ | দুবৰৰ |

| পৃষ্ঠা নম্বৰ | শাৰী নম্বৰ | হৈছে | হব লাগে |
|---|---|---|---|
| ৩৬ | ১৪ | স্বাশ্বত | শাশ্বত |
| ৩৬ | ৩০ | মুৰ্চ্চনা | মূৰ্ছনা |
| ৩৮ | ৪ | দুৰন্ত | দূৰন্ত |
| ৪১ | ১৬ | জীৱাশ্ম | জীৱাশ্ম |
| ৪৪ | ১৭ | আকো | আকা |
| ৪৫ | ৩ | দেখিলেহেঁনেন | দেখিলেহেঁতেন |



নতুন সাহিত্য পৰিষদ
নৱম বাজিক 'ববনগৰ সন্মিলন'
সৰভোগ-৭৮১৩১৭
জিলা-বৰপেটা , অসম

PRINTED AT QUALITY DTP CENTRE SORBHOG

# নতুন সাহিত্য পৰিষদ

## নৱম বাজিক 'ববনগৰ সন্মিলন'

২৭, ২৮, ২৯ ডিচেম্বৰ'৯৮

সৰভোগ

## প্ৰতিভাৰ মানপত্ৰ

নতুন সাহিত্য পৰিষদৰ নৱম বাজিক সন্মিলন উপলক্ষে অনুষ্ঠিত কাব্য মুখপত্ৰৰ পৰিকল্পনা......প্ৰতিযোগিতাত....শিক্ষা...শাখাৰ........ শ্ৰী/শ্ৰীমতী .....হাতেলিয়া...আলোচনী..'অম্বাৰিধি'.......................ক ............প্ৰথম.........................স্থান লাভ কৰা বাবে এই প্ৰতিভাৰ মানপত্ৰ প্ৰদান কৰা হ'ল।

(বিপুল খাটনিয়াৰ)
সম্পাদক, নতুন সাহিত্য পৰিষদ
বাজিক সমিতি
দিনাংক : ২৭ ডিচেম্বৰ, ১৯৯৮ চন

সৰ্বজিৎ দাস [illegible]
সম্পাদক, প্ৰতিযোগিতা সমিতি
নতুন সাহিত্য পৰিষদ
নৱম বাজিক 'ববনগৰ সন্মিলন'